প্ৰথম প্ৰকাশ
অক্টোবৰ ১৯৫৬

প্ৰচ্ছদ
প্ৰবোধ সেন

প্ৰকাশক
কমলাকান্ত ডেকা
টংলা, দৰং

মুদ্ৰাকৰ
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট,
কলিকতা-৬

দাম পাঁচ সিকি




শ্ৰীভদ্ৰ বৰাৰ অৰ্দ্ধং ত্যজতি পণ্ডিতঃ ব্যক্তিমুখী প্ৰবন্ধ কেইটিমানৰ এটি থূল। কিছু দিনৰপৰা আমাৰ ৰাজ্যৰ কাকত-পত্ৰই এনে ধৰণৰ ৰচনাৰ যি এটি উচ্ছ্বাস দেখা গৈছে, এই থূলটিও তাৰে এটি ফল বুলি ক'ব পাৰি। আমাৰ সাম্প্ৰতিক কবিতাত বুদ্ধিশক্তিৰ অনুশীলনৰ আতিশয্য ঘটাত অনেকে তাৰ কাষ চাপিবলৈ বোলে ভয়কে কৰে। কিন্তু বৰ্ত্তমান ধাৰাৰ ৰচনাই পুৰণি-আধুনিক কবিতাৰ মধুৰ পৰশ আৰু নতুন গদ্য-ৰীতিৰ বিকাশ, দুইটাকে সহায় কৰি আগ বঢ়া যেন লাগে। বৰাৰ প্ৰবন্ধাৱলীয়ে এই নতুন ধাৰাৰ প্ৰবন্ধ লেখকৰ ৰচনাৰ ভিতৰত নিশ্চয় আগ শাৰীত ঠাই অধিকাৰ কৰিব পাৰিব। ইয়াত ব্যক্তিমুখী প্ৰবন্ধৰ বিভিন্ন ধৰ্ম্মবোৰে মৃদুভাৱে প্ৰকাশ লাভ কৰিছে। এই লেখাবোৰত এটি সৰলতা আৰু আন্তৰিকতা আছে। তাত ডেকা লেখকৰ সৰল আৰু অনুগ্ৰ ব্যক্তিত্বই ভুমুকি মাৰি মাৰি দেখা দিছে। প্ৰকাশ-ৰীতিতো তাৰ জিলিঙনি। প্ৰবন্ধকেইটিত সাধাৰণ বিয়নী-মেলৰ (Chatting) আভাস অনুভৱ কৰিব পাৰি। ঠায়ে ঠায়ে মুকলি প্ৰকাশে পাঠকৰ মনটোক বাউসিত ধৰি জোকাৰ মাৰি থৈও যাব। সিকেইটিৰ

যোগেদি লেখকৰ ব্যক্তিত্বই পাঠকক অলপ সময়ৰ কাৰণে সঙ্গ-সুখৰ স্পৰ্শ দিব পাৰিব বুলি বিশ্বাস হয়। বৰাৰ অধ্যয়নে আৰু পৰ্য্যবেক্ষণ শক্তিয়েও বৰঙণি নেপেলোৱাকৈ থকা নাই।

শ্ৰীমহেশ্বৰ নেওগ

## কৃতজ্ঞতা

ডাঃ মহেশ্বৰ নেওগ, কমলা ডেকা, বসন্তকুমাৰ শইকীয়া, ৰোহিত শৰ্ম্মা, তফজ্জুল আলি, বেথা চহৰীয়া, প্ৰতুল তালুকদাৰ, হেমন্ত শৰ্ম্মা, বীৰেণ দত্ত, প্ৰফুল্ল শইকীয়া, বিবুধ কলিতা, হিতেশ ডেকা, মাধব বৰুৱা, হেৰম্ব শৰ্ম্মা, অনুৰাধা

# সূচী




শাস্ত্ৰকাৰসকলে বহুতো ভাবি গুণিয়েই তেওঁলোকৰ জ্ঞান-গৰ্ভ নীতি ঘোষণা কৰি কৈছে,—"অৰ্দ্ধং ত্যজতি পণ্ডিতঃ" আৰু বাকী "অৰ্দ্ধেন কুৰুতে কাৰ্য্যঃ"। কথাষাৰ উকা চকুৰে চালে ভুৱা যেন লাগিলেও ইয়াৰ অন্তৰ্নিহিত সত্যক অস্বীকাৰ কৰিবৰ উপায় নাই। যুগ-বৈশিষ্ট্যৰ বিশ্লেষণে এই নীতি-বাক্যৰ যথাৰ্থতা প্ৰমাণ কৰিব।

ভগবানে নিজে কাৰ্য্য সিদ্ধি কৰিবলৈ অৰ্দ্ধ-ৰূপ ধাৰণ কৰাৰ উদাহৰণ আছে। মৎস্য আৰু কুৰ্ম্ম অৱতাৰৰ পিছত নৰসিংহ অৱতাৰ। এই অৱতাৰ হ'ল অৰ্দ্ধ-অৱতাৰ, অৰ্থাৎ অৰ্দ্ধ নৰ, অৰ্দ্ধ সিংহ। আমাৰ প্ৰাচীন ভাস্কৰ্য্যৰ নিদৰ্শনবোৰত ভগবানৰ অৰ্দ্ধনাৰীশ্বৰ ৰূপ নিশ্চয় বহুতে দেখিছে।

পূৰ্ব্বকালত চতুৰ্ব্বৰ্গৰ উৎকৰ্ষ সাধনৰ চেষ্টা চলিছিল। ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ এই "পদাৰ্থ চাৰি"ৰ ধৰ্ম্মক আজিকালি ৰক্ষণশীল বুলি তালাক দিয়া হৈছে। সূক্ষ্মদৃষ্টিৰে চাই মোক্ষক ৰুক্ষ পদাৰ্থ বুলি পৰিত্যাগ কৰা হৈছে। ভগ্নাংশৰ ভাষাত কব লাগিলে বাকী থাকিল দুই ভাগৰ এক, —অৰ্থ আৰু কাম। চাৰি পদাৰ্থৰ আধা। আধাৰ শক্তি

অসীম, প্ৰতিভা বিশ্বজোৰা। মহাত্মা গান্ধীক "আধা নঙঠা" ফকিৰ বুলি উপলুঙা কৰা ইংৰাজসকলো তেওঁৰ ব্যক্তিত্বৰ জ্যোতিত চকুৰ প্নানীয়ে নাকৰ পানীয়ে একাকাৰ কৰিব লগীয়া অৱস্থাত পৰিছিল।

কবিসকলেও অৰ্দ্ধৰ সৌন্দৰ্য্য প্ৰকৃত সৌন্দৰ্য্য বুলি বখানিছে। সংস্কৃত কাব্যকাৰসকলেও নাৰীৰ "ন যযৌ ন তস্থৌ" অৰ্থাৎ আধা যাও আধা নাযাও অৱস্থাত সৌন্দৰ্য্যৰ আকৰ দেখিছে। ইংৰাজী সাহিত্যৰ নৱন্যাস যুগৰ ওজাকবি Wordsworthএ সৌন্দৰ্য্যৰ বৰ্ণনা কৰিছে আধা দেখা আধা নেদেখা অৱস্থাতহে—

A Violet by a mossy stone
Half hidden from the eye!

আমাৰ দাৰ্শনিক-ৰোমাণ্টিক কবি চন্দ্ৰকুমাৰ আগৰৱালা-দেৱেও মাধুৰ্য্যৰ পৰশ দেখিছে আধাত—

ফুটো নে নুফুটোকৈ
কুমলীয়া কলিটি

* * *

সামৰি পাহৰি গৈ
মেলি আধা প্ৰাণটি

উদণ্ডাই ঢাকি থৈ
উঠি অহা বুকুটি
সোলকাই মোকলাই
এধাবন্ধা খোপাটি...

আধুনিক কবিসকলেও প্ৰিয়াৰ অধোবদন বা আধা মেলা খিড়িকীৰ পৰ্দ্দাৰে আধা মেলি চোৱা আধা-ইঁহা মুখখনিতহে কবিতাৰ উঁহ পায়। পূৰ্ণতাত যেন ৰমনীয়তা নিঃশেষ হৈ যাব! আধা গোৱা গান, আৰু আধা পোৱা প্ৰাণত পূৰ্ণতাৰ পৰিতৃপ্তি নাথাকিলেও 'এলডৰেডো'ৰ নিচা আছে। শিশুৰ আধা-ফুটা মাতত স্বৰ্গীয় শ্ৰুতিমাধুৰ্য্যৰ পৰশ থাকে। কাব্য-সাহিত্যত আধা-ফুটা মাতৰ ভূয়সী প্ৰশংসা।

হোটেলত আধা কাপ চাহ-খাওঁতাৰেই আড্ডাৰ প্ৰাধান্য। আধা খোৱা চুৰটৰ সোৱাদ বেছি বুলি অভিজ্ঞ চিগাৰেটখোৰ কেইজনমান বন্ধুৱে এটি মত দাঙি ধৰিছে। হাফ্-গোঁফৰ (বাটাৰফ্লাই বুলিলেই ভাল শুনা হব!) জনপ্ৰিয়তাৰ কথা কাৰো অবিদিত নহয়। মহশিঙীয়া গোঁফ আজি-কালি অচল। মুখখন চিকুনাই তপা-তালুৰ দৰে নিকা কৰি থলেও গাইমুৱা বোলাৰ ভয় থাকে। হাফ-গোঁফ ৰাখিলে সন্মানো ৰক্ষা হ'ল—লগতে নিজকে আধুনিকতাৰ ৰহনেৰে ৰঞ্জিত কৰি অলপ পাঁইতাৰা দিয়াৰ সুযোগো মিলিল।

বজাৰলৈ যাওঁক—খাঁটি সৰিয়হ তেলৰ আধা বাদাম তেল। ভাতৰ পাতত ৰহক, চাউল-ডাইলৰ প্ৰায় আধা

শিলগুটি মিহলি আছে। গুৱালৰ গাখীৰৰ আধা পানী, বাকী গাখীৰৰ আভাস থকা পানী খাই আমাৰ অফুৰন্ত তৃপ্তি। ডাক্তৰখানাৰ ঔষধৰ আধা ভেজাল—বাকী আধাৰে আমাৰ আধ মৰা প্ৰাণটি জীয়াই ৰখাৰ প্ৰস্তুতি চলে। আমাৰ দেশত আধা লোকেই আধাপেটীকৈ থাকে—এই অভিযোগ আপুনি য'তে ত'তে শুনিব। পুৰণি কালত "শতায়ু হোৱা" বুলি আশীৰ্ব্বাদ দিছিল। আজিৰ মানুহৰ বয়স গড়ে প্ৰায় পঞ্চাশ। ইফালে শতায়ু হলেও বিড়ম্বনা। দৈহিক-মানসিক কষ্ট। সেই কাৰণেই বোধকৰো আজিৰ পণ্ডিত-মানৱে বাকী অৰ্দ্ধ সজ্ঞানে সুস্থ শৰীৰে 'ত্যজতি'। পৰীক্ষাত Distinctionৰ বাবেও মুঠ নম্বৰৰ আধা নিৰ্দ্দেশ কৰা হৈছে। পৰীক্ষাৰ ফলাফল চাওঁক, আধা লৰাই ফে'ল। "চক্ৰবৎ·পৰিৱৰ্ত্তন্তে সুখানি চ দুঃখানি চ।" জীৱনৰ আধা আমাৰ দুখতেই যায়, বাকী আধাহে সুখ।

ইংৰাজীত প্ৰবচন একাকি আছে, Half a loaf is better than no loaf—নাই মোমাইতকৈ কণা মোমাই ভাল। আধা ত্যাগ কৰি তৃপ্তি লাভ কৰাটো জ্ঞানীৰ লক্ষণ বুলি কব পাৰি। পুৰণি কালত ৰজাসকলে ভাল জোৱাই পাবলৈ অৰ্দ্ধ-ৰাজ্য যৌতুক দিছিল। আজি-কালিও অৰ্দ্ধাঙ্গিনীৰ স্বায়ত্ত-শাসন পাবলৈ বৈবাহিক সংবিধানত শহুৰেকৰ উপাৰ্জ্জনৰ অৰ্দ্ধেক দাবী কৰাৰ কথা বাতৰি কাকতত পঢ়িবলৈ পাওঁ। তিৰোতাক অৰ্দ্ধাঙ্গিনী বোলা

হয়। আধা বয়স যোৱাত স্বামীৰ ঘৰলৈ আহি আধা ভঙা অন্তৰেৰে তেওঁলোকে সংসাৰৰ পাতনি মেলেহি। সৌন্দৰ্য্যবো আধা প্ৰসাধনৰ প্ৰলেপেৰে সমৃদ্ধ। জ্ঞানীসকলে বোধকৰো দকৈ ভাৱি চিন্তিয়েই তেওঁলোকক পূৰ্ণাঙ্গিনী নুবুলিলে।

আজিৰ যুগ পূৰ্ণতাৰ যুগ নহয়, আধাৰ যুগহে। আধাই সৰ্ব্বস্ব। পূৰ্ণতাত বিপদ আছে, আধাত সম্পদ। এই নীতি-বাক্য যদিও ভাৰতীয় চিন্তাপ্ৰসূত সিদ্ধান্ত তথাপি পশ্চিমীয়া দেশবোৰো ইয়াৰ কম ভক্ত নহয়! পশ্চিমীয়া দেশবোৰত 'ডিনাৰ' অথবা 'ছাপাৰ'ত হাফ-বইল বা অৰ্দ্ধ-সিদ্ধ ভোজনৰ ব্যৱস্থা আছে। পূৰ্ণসিদ্ধতকৈ হাফ-বইলত খাদ্য-প্ৰাণৰ পৰিমাণ বেছি বুলি ডাক্তৰসকলে প্ৰমাণ কৰিছে। পৃথিবীৰ নানা ঠাইত হাফ-বইলৰ জনপ্ৰিয়তা বাঢ়িছে। পশ্চিমৰ লোকসকল পণ্ডিত কাৰণেই অৰ্দ্ধ ত্যাগ কৰি এই ব্যৱস্থা গ্ৰহণ কৰিছে বুলি কবৰ থল আছে। তেওঁলোকৰ সভ্যতাৰ খিয়াতি পৃথিবীৰ ইমূৰ সিমূৰ বিয়পি পৰা। কিন্তু তেওঁলোকৰ তিৰোতাৰ গাৱ আধা কাপোৰেই নাথাকে। আমাৰ কোনো কোনোৱে হয়তো অৰ্দ্ধ-নগ্ন বুলি ফচ্ কৰে কৈ পেলাব। আগেয়ে আমাৰ আইদেউসকলৰ গাৰ কোনো অঙ্গ দেখাটোও লাজৰ কথা আছিল। পাণ্ডিত্যৰ জ্যোতি-ৰেখাই দিক্‌বিদিক জাতিষ্কাৰ কৰাৰ লগে লগেই অৰ্দ্ধৰ বৰ্দ্ধিষ্ণু চাহিদা ফট্‌ফটীয়াকৈ চকুত পৰা হৈছে। আইদেউ-সকলে ব্লাউজৰ আধা ত্যাগ কৰি কোনো ৰকমে আধা

ৰাখিছে। পূৰাকৈ ওৰণি লোৱাতকৈ আজিৰ তিৰোতাই আধা ওৰণি লোৱাটো কৰ্ত্তব্য বুলি ভাবে।

হাফ-পেণ্ট, হাফ-ছাৰ্ট পিন্ধাত আৰাম আছে। ধৰক আপুনি এজন খেলুৱৈ, বল খেলিব খোজে। খেলক, হাফ-পেণ্ট পিন্ধি। হাল বাব খোজে, গছত উঠিব খোজে—হাফ পেণ্ট পিন্ধক। অকণো অসুবিধা নাপায়। গাটোও স্মাৰ্ট যেন লাগিব। কিন্তু ফুল-পেণ্টত আপুনি সেইকণ সুবিধা নাপায়। হাফ-ছাৰ্টৰ ক্ষেত্ৰত একে কথাই খাটে। হাফ-ছাৰ্ট পিন্ধিলে ফুৰফুৰকৈ বতাহ সোমাই গোটেই গাটো ৰঞ্জিৎ ৰঞ্জিৎ লগাই থাকিব। লগতে আপোনাৰ সুঠাম বাহুৰ বিজ্ঞাপনো হব। বুকুখন আধা খোলাকৈ ৰাখি ইচ্ছা কৰিলে আপুনি 'চক্কৰ' এটাও মাৰি আহিব পাৰে।

স্কুলত কোনো লৰাই পদ্য মুখস্থ মাতিব নোৱাৰিলে পোনেই বেঞ্চৰ ওপৰত থিয় কৰাই থোৱাটো নিয়ম। "আধা. মুখস্থ আছে ছাৰ" বুলি কলে তেও ৰক্ষা পৰাৰ উপায় ওলায়। "মুখস্থ অহা নাই" বুলি খাটাং ভাবে নজনাৰ পৰিচয় দিয়াতকৈ আধা আহিছে বুলি কোৱাত নিশ্চয় বুদ্ধিৰ ইঙ্গিত আছে। আমাৰ এজন শিক্ষকে দঢ়াই দঢ়াই কৈছিল,—"নুবুজিলে এশবাৰ সুধিবা, তাত মই অকণো বেয়া নাপাওঁ। কিন্তু নুবুজি বুজা বুলি কলেহে মোৰ খং উঠে।" কথাষাৰ কোৱাৰ পিছতেই সাহ পাই কোনোৱে যদি পঢ়োৱা পাঠটি নুবুজা বুলি কয় তেওঁ টপৰাই কৈ উঠে "মন নিদিলে কি

বুজিৱা। কি ভাবি আছিলা? বেঞ্চৰ ওপৰত আঠু কাঢ়া, গৰু৷ ক'ৰবাৰ।" সেইবাবেই আমি আধা সঁচা আধা মিছা মিহলি 'পেটেণ্ট' উত্তৰ এটা দিছিলোঁ৷ "অলপ অলপ বুজিছোঁ ছাৰ।"

আধা কৰা কামবোৰ মামৰে ধৰে বুলি কোনোবা পণ্ডিতে কোৱা আছে। পিছে, এনে কথাক কাব্য-লাওপানীৰ ফেন খাই মতলীয়া হৈ কৰা অবাস্তৱ উক্তি যেন লাগে। গোটেই নকৰাতকৈ আধা কৰাত বৰং লাভ আছে। আজিৰ দুনিয়াত আধা কামেই 'পেণ্ডিং' থাকে। দৰমহাৰ আধা ধাৰ মাৰোঁতেই যায়, বাকী আধাৰে সংসাৰ চলে। অৰ্দ্ধ-শিক্ষিত লোকৰ চুৰিয়াৰ ফেৰ চাৰ। বহুলোকৰেই আধা ভাত আৰু আধা ঘৈণীয়েকৰ গালি খাওঁতেই জীৱন যায়। তথাপি জীৱনৰ প্ৰতি বিৰক্ত নোহোৱাটো নিশ্চয় পাণ্ডিত্যৰ লক্ষণ বুলি কব পাৰি। দেখা গ'ল—"অৰ্দ্ধং ত্যজতি পণ্ডিতঃ"—এই কথাষাৰৰ এটা গূঢ় অৰ্থ আছে। সেই বাবেই কেতিয়াবা আধা ভঙা মটৰত উঠি আধা ভঙা মাতেৰে আধা শুনা আধা নুশুনাকৈ "জয় আধাৰ জয়" "জয় পণ্ডিতৰ জয়" বুলি ঘোষণা কৰি ফুৰিবৰ মন যায়।

আধাৰ গুণ-গৰিমা কৈ অন্ত কৰিব নোৱাৰি। গতিকে মোৰো আধা কোৱাহে হ'ল। বাকী আধা আপোনালোকে নিজেই ভাবি লব। আৰু কোৱাই আছে—"অৰ্দ্ধং ত্যজতি পণ্ডিতঃ।" পণ্ডিত হোৱাৰ লোভ কাৰনো নাথাকে বাৰু?

# মুদ্রাদোষ

হঠাৎ আমাৰ কলেজত এটা ঘটনা ঘটিল। ঘটনা নুবুলি দুৰ্ঘটনাহে বোলা ভাল হব। কলেজৰ ৰোমাঞ্চকৰ পৰিবেশ আৰু চেঙেলীয়াসকলৰ কাৰণে কথাটো একো গুৰুত্বপূৰ্ণ নহয় যদিও যিসকলে তৃতীয় বাৰ্ষিক শ্ৰেণীৰ শান্ত সৰল মেধাবী ছাত্ৰ ভট্টক জানে তেওঁলোকৰ বাবে কথাটো ৰহস্য-পূৰ্ণ যেন লাগিছিল। "ভট্টই কলেজৰ নবাগতা মিছ্ তামুলীৰ ফালে চাই চকু টিপিয়াওতে তেওঁ প্ৰিন্সিপালক গোচৰ দিলে"—এই বাতৰি 'কলেজত বিয়পি পৰাৰ লগে লগে গোটেই কলেজতেই বু-বু বা-বা এখন লাগি পৰিল। কেন্টিনত দু-অনাৰ চাহ খাই তিনিঘণ্টা গল্প কৰা তাৰিণী শৰ্ম্মাই বহুতো ছাত্ৰৰ আগত মন্তব্য কৰিলে—"আগেয়েই জানো নহয়, নমতা গৰুৱে গু খায়"। 'প্ৰক্সি' দিবলৈ কৈ ক্লাছৰ পৰা সুৰুসুৰুকৈ ওলাই আহি চহৰীয়াই খেৰকটাৰীইঁতক কলে, "ভট্টক মই জানো নহয়—ধৰিলন্ত যেন বিড়ালীৰ ব্ৰহ্মচৰ্য্য"। কমনৰুমত বাতৰি কাকত হাতত লৈ গাৰ্লছ্ কমনৰুমৰ ফালে চাই থকা ফিলচফীৰ ছাত্ৰ ত্ৰিপাঠীয়ে ফ্ৰয়েডৰ 'ছাইক'এনালেছিছ'ৰ

'ক'ট্রেশ্যন' গাই তপনক বুজাই কলে,—"ইয়াত আচৰিত হ'ব লগীয়া একো নাই। ই মানুহৰ চিৰন্তন ধৰ্ম্ম। ইয়াৰ ব্যতিক্রম হ'ব নোৱাৰে।" গার্লছ কমনৰুমত গল্পলেখিকা মিছ্ বৰুৱাই তামুলীয়ে শুনাকৈ মিছ্ শৰ্ম্মাৰ ফালে চাই কলে,—"ভট্টৰ ঘটনাটো লৈ বেছ বঢ়িয়া গল্প এটা হ'ব। সংঘাতটি বঢ়িয়াকৈ ফুটি উঠিব! দস্তুৰমত 'ফৰ্চদ্ লাভ'!" প্রিন্সিপালক এই বিষয়ে কোনো গুৰুতৰ সিদ্ধান্ত নলবলৈ উপদেশ দি তেওঁৰ বাল্যবন্ধু সংস্কৃতৰ অধ্যাপক গোস্বামীয়ে বাৎসায়নৰ কামশাস্ত্ৰৰ শ্লোক এটা মাতি সৰা দাঁত দুটাৰ ফাঁকেদি তামোল খাই ৰঙা কৰি থোৱা জিভাখন উলিয়াই ঢেক্‌ঢেকাই হাঁহি কথাটোৰ গুৰুত্ব পাতল কৰিবলৈ চেষ্টা কৰিলে।

কিন্তু দৰাচলতে ঘটনাটোত ৰহস্যজনক একো কথা নাছিল। আৰু ভট্টই তামুলীৰ ফালে চাই চকুটিপিওৱা সচাঁ নহয়। কিন্তু এই দুৰ্ঘটনাৰ মূল কাৰণ হ'ল ভট্টৰ মুদ্ৰাদোষ। ঘনে ঘনে চকু পিৰিকাই থকাটো তেওঁৰ এটা অভ্যাস। গতিকে নতুন মানুহ এজনে ভট্টৰ ফালে চালে তেওঁৰ ফালে চাই চকু টিপিয়াইছে বুলি ভুল কৰাটো স্বাভাৱিক।

আমাৰ কিছুমান এনে দোষ আছে যিবিলাক আমি নিজে গম নাপাওঁ। এই দোষবোৰৰ কাৰণেই আমি বহুসময়ত হাঁহিয়াতৰ পাত্ৰ হওঁ। বহুতো গণ্য-মান্য লোকেও এই দোষৰ বাবেই লাজ পাবলগীয়া হয়। কোনো গুৰুত্বপূৰ্ণ কথাও বক্তাৰ মুদ্ৰাদোষৰ বাবে লঘু হৈ পৰে। মুদ্ৰাদোষে

জ্ঞানী-মানী মানুহৰ মূল্যও হ্রাস কৰি পেলায়। আপোনাৰ, মোৰ আৰু বহুতৰেই গাত এনে দোষে নিজৰ অজ্ঞাতসাৰেই ক্রিয়া কৰিছে, কিন্তু আমি তাৰ ভুকেই পোৱা নাই।

মুদ্রাদোষ কিয় হয় আৰু কেনেকুৱা? মনস্তাত্বিক পণ্ডিত সকলে কয়, মুদ্রাদোষ হেনো অৱচেতন মনৰ বেমেজালি। সাধাৰণ ভাবে মুদ্রাদোষক দুভাগত ভগাব পাৰি—আঙ্গিক আৰু বাচিক। আঙ্গিক মুদ্রাদোষ অঙ্গ-প্রত্যঙ্গৰ অনাৱশ্যক সঞ্চালনত প্রকাশ পায়। আপুনি কোনো এজন মানুহৰ লগত কথা কওঁতে হয়তো মূৰটো নিজৰ অজ্ঞাতেই খজুৱাব ধৰিছে। ই আপোনাৰ মুদ্রাদোষ। কোনোৱে কথা-বতৰা পাতোঁতে নাক, কাণ বা হাতৰ তলুৱা পিহি পিহি কথা কয়, নহলে হয়তো তেওঁ কথাকেই কব নোৱাৰে—ই তেওঁৰ মুদ্রাদোষ। কোনো কোনোৱে কথা কওঁতে বাৰে বাৰে জিভা উলিয়াই ওঁঠটো তিয়াই লয়। কোনোৱে ঘনাই চকু পিৰিকিয়ায়।

কেতিয়াবা আপুনি হয়তো বল খেলা চাবলৈ গৈছে। বলটো ঠিক গ'লপ'ষ্টৰ কাষ পাওঁতেই আপুনি কিক্ কৰিবলৈ ভৰিখন তোলোঁতে আগত বহি থকা মানুহজনৰ পিঠিত আপোনাৰ গোৰ পৰিছে। মুদ্রাদোষৰ বাবেই আপুনি ভদ্রলোকজনৰ কেটেৰা মাতষাৰ শুনিব লগা হ'ল। বক্তৃতা শুনি থাকোঁতে আপুনি সমর্থনযোগ্য কথাবোৰত মূৰ দুপিয়াই সমর্থন জনাইছে আৰু আপত্তিজনক কথাবোৰত

ইমার্ন জোৰেৰে মূৰ জোকাৰি অসম্মতি জনাইছে যে ওচৰৰ ভদ্রলোক কেইজন আপোনাৰ কাণ্ড দেখি হাঁহিত অস্থিৰ হৈ পৰিছে। আমাৰ এজন ইংৰাজীৰ অধ্যাপকে বক্তৃতা দিওঁতে হাত আৰু মুখৰ এনে অঙ্গি-ভঙ্গি কৰিছিল, যে তেওঁ ছেক্সপীয়েৰৰ ট্ৰেজিদি পঢ়ুৱালেও সদায় কমেদিৰ সৃষ্টি হৈছিল।

গায়ক-বাদকসকলৰ গাত আঙ্গিক মুদ্রাদোষ লক্ষ্য কৰিব পাৰি। বিশেষকৈ তবলা বজোৱা মানুহজনৰ প্রতি লক্ষ্য ৰাখিব। প্রায়েই দেখিব তেওঁ মূৰ-চূৰ লৰাই এক অদ্ভুত ভঙ্গি কৰিছে। গানৰ তালে তালে শ্রোতাসকলৰ বহুতেই হাত বা ভৰিৰে 'তাল' ধৰে। বহুতো লোকৰ ভৰি-হাত নচুওৱা অভ্যাস আছে। কিছুমানে ইমান বেছিকৈ ভৰি-হাত নচুৱায় যে তেওঁলোকৰ ওচৰত বহাও বিৰক্তিকৰ হৈ পৰে। কোনো কোনোৱে ফুৰিবলৈ যাওঁতে ৰাস্তাৰ শিল, কাগজৰ টুকুৰা আদি যিহকে পায় তাকেই ওৰে বাটে 'বল খেলি' যাব পাৰিলেহে তৃপ্তি পায়। ছোৱালীবিলাকৰ বহুতেই চাদৰখন বাৰে বাৰে অনাৱশ্যকভাৱে টানি লয়। বক্তাসকলৰ বহুতেই নানান ভঙ্গি দেখুৱাই বক্তৃতাৰ বিষয়-বস্তু বুজাব খোজে। বহু সময়ত বিষয়-বস্তুতকৈ তেওঁলোকৰ মুদ্রা বিলাকহে আমোদজনক হৈ পৰে। বহুতে পৈণত বয়সতো নাক খুচৰি থাকে। দীঘল গোঁফ থকা মানুহে বাৰে বাৰে গোঁফত 'তাও' দিয়ে। ডাঢ়ি থকা কিছুমান লোকে দীঘল

ডাড়িৰ মাজেৰে আঙুলি সুমুৱাই ডাড়িবোৰ লৰাই নাথাকিলে কথাই কব নোৱাৰে।

মুদ্ৰাদোষৰ বাবে ঘটা দুৰ্ঘটনা এটি আজিও মনত পৰে। তেতিয়া আমি, মাইনৰ স্কুলত। মোৰ বন্ধু অনিল সুস্থিৰ ভাবে এখন্তকো থাকিব নোৱাৰিছিল। হাতেৰে খুচ্ খুচ্ খাচ্ খাচ্ কৈ কিবা এটা নহয় এটা কৰি থাকিবই। বিশেষকৈ গৰমকালি মাখিবোৰ থপিয়াই ধৰি ডেস্কত আফলিয়াই মৰাটো শেষত তাৰ এটা দোষত পৰিণত হৈছিল। এদিন হঠাৎ এনেদৰে দলিয়াই দিয়া মাখি এটা পাছৰ বেঞ্চত মুখ মেলি টোপনিয়াই থকা পৰেশৰ মুখত সোমাই গ'ল। চক্‌খাই কোট্ কৰে মাখিটো গিলি কান্দি কান্দি সি চাৰৰ ওচৰত গোচৰ দিলে। ফলস্বৰূপে অনিল আৰু অনিলৰ বন্ধু-সূত্ৰে ময়ো বেঞ্চৰ ওপৰত পূৰা এঘণ্টা আঁঠু কাঢ়ি থাকিব লগীয়াত পৰিছিলোঁ।

বাচিক মুদ্ৰাদোষ কথা-বতৰাৰ অনাৱশ্যক পুনৰাবৃত্তি আদিত প্ৰকাশ পায়। বহুতো মানুহে কথা পাতোঁতে— মানে, কিন্তু, তাৰ পিছত, বুজিছেতো, হু, উহু, এ-এ, হয়-হয়, আচলকথা, বুজিছেনে নাই, কৃষ্ণৰ কৃপাত আদি অনাৱশ্যক শব্দ ব্যৱহাৰ কৰে। বহু সময়ত এই দোষৰ বাবে অপ্ৰস্তুত হব লাগে। এজন ভদ্ৰলোকে দোকানলৈ গৈ দোকানীজনক সুধিলে—"ফেনাইল আছেনে?" দোকানীজনে উত্তৰ দিলে— "আছে—কিয়বা লাগে?" ভদ্ৰলোকজনে ক'লে—"মানে

আপোনাৰ পোক লাগিছে। আপোনাৰ পোকত দিবলৈ লাগে।" কথাই প্ৰতি 'আপুনি' শব্দটি ব্যৱহাৰ কৰা বাবেই দোকানীজনো অপ্ৰস্তুত হ'ল, ভদ্ৰলোকজনো লাজত পৰিল।

এজন মানুহে কথাই প্ৰতি 'অৱশ্যে' শব্দটো ব্যৱহাৰ কৰিছিল। তেওঁৰ এই মুদ্ৰাদোষ দূৰ কৰিবলৈ এজন বন্ধুৱে সুধিলে—"তুমি 'অৱশ্যে' শব্দটো ব্যৱহাৰ নকৰাকৈ কোনো কথাকেই কব নোৱাৰানে ?" মানুহজনে টপৰাই উত্তৰ দিলে —"পাৰো অৱশ্যে।"

এজন বক্তাই কথাই প্ৰতি সেপ ঢুকি কিছু সময় ৰৈছিল। আৰু প্ৰায় প্ৰত্যেক শব্দ বা শব্দাংশ উচ্চাৰণ কৰাৰ পিছতে 'মানে' শব্দটি ব্যৱহাৰ কৰিছিল। স্বাধীনতা উৎসৱৰ এখন সভাত বক্তৃতা প্ৰসঙ্গত তেওঁ চিঞৰি চিঞৰি আৰম্ভ কৰিলে, "স্বাধীনতা মানে অত্যাচাৰ, অনাচাৰ···।" বক্তৃতা শেষ নৌহওঁতেই শ্ৰোতাসকলে সমস্বৰে প্ৰতিবাদ কৰি উঠিল, "মিছা কথা, স্বাধীনতা মানে অত্যাচাৰ, অনাচাৰ হবই নোৱাৰে।"

বহু সময়ত বাচিক মুদ্ৰাদোষে লঘু হাস্যৰসৰ সৃষ্টি কৰে। ই সৰ্ব্বসাধাৰণ শ্ৰোতাৰ মনত যথেষ্ট হাঁহিৰ সমল যোগায়। উদাহৰণ স্বৰূপে দুআষাৰ মান তলত উদ্ধৃত কৰা হ'ল।

বৰফুকনক বাতৰি দিবলৈ কেৰপাই চোৰাংচোৱা আহি আঁঠু লৈ "সম্ক্ষেপে" কবলৈ আৰম্ভ কৰিলে, "ডাঙৰীয়া দেউতা, যি দেখিলোঁ যি শুনিলোঁ কিঞ্চক চিন্তি সি বৰ বিক্ৰম।

আমি দুই ভায়ে মৰি মজি কিষ্ণক চিন্তি যিমান পাৰো সিমান সন্তেদ ললোঁ। ডাঙৰীয়া দেউতা কথা অথান্তৰ। এই অথান্ত কথা কৃষ্ণক চিন্তি ডাঙৰীয়া দেউতা-ৰৰ বিষম।"

বৰফুকনে কথাটো সংক্ষেপে কৰলৈ আদেশ কৰাত কেৰপায়ে আকৌ 'সম্‌ক্ষেপে' আৰম্ভ কৰিছে—"কৃষ্ণক চিন্তি ডাঙৰীয়া দেউতা কথাটি সম্‌ক্ষেপেহে কওঁ, কিয়নো কথা বহলাই নিনি সম্‌ক্ষেপেহে কব লাগে, সেইবাবে ডাঙৰীয়া দেউতা মোৰ কথা সদায় সম্‌ক্ষেপ।"

এইদৰে কেৰপায়ে ইমান সম্‌ক্ষেপে কৃষ্ণক চিন্তি, কথাবোৰ আৰম্ভ কৰিছে যে মূলকথা দূৰৈত থাকক পাতনি কোৱাৰেই অন্ত পৰা নাই।

বহুত সময়ত নিজৰ অসাৱধানতাৰ পৰাই মুদ্ৰাদোষৰ উৎপত্তি হয়। হকে-অহকে কথা চোবাই ফুৰোঁতাসকলৰ গাটো এই দোষ লম্ভিব পাৰে। মুদ্ৰাদোষ দুৰাৰোগ্য নহয়। সততে আত্মসচেতন হৈ থাকিলে এই দোষ দূৰ কৰিব পৰা যায়। বাক-সংযম কৰিব পাৰিলে বাচিক মুদ্ৰাদোষৰপৰা সহজেই হাত সাৰিব পাৰি। প্ৰথম অৱস্থাত যেতিয়া এই দোষে আমাৰ গাত দেখা দিয়ে তেতিয়াই আমি তাক আতঁৰাবলৈ চেষ্টা নকৰোঁ দেখিয়েই ই এটি আমাৰ চিৰকলীয়া ৰোগ হোৱাৰ সুবিধা পায়। বহুসময়ত এই দোষে নিজৰ অজ্ঞতাৰ বাবেও গা কৰি উঠে। উদাহৰণ স্বৰূপে মোৰ নিজৰ কথা এটাকেই কওঁ। কোনো মাননীয় ব্যক্তি বা

অপৰিচিতা মহিলাৰ আগত কথা কলে অকাৰণে মূৰ খজুওঁৱা, গাল পিহি থকা বা আঙুলি মুটকি থকা এটা মুদ্ৰাদোষ মোৰ আছিল। সকতে মই ইয়াক ভদ্ৰতা আৰু সৰলতা প্ৰকাশৰ এটা উপায় বুলি ভাবিছিলোঁ; কিন্তু যেতিয়া বুজিব পাৰিলোঁ যে ই ভদ্ৰোচিত ভঙ্গি নহয়, তেতিয়াই মই ইয়াক এৰি দিবলৈ যত্ন কৰিলোঁ। এতিয়া সেই দোষ মোৰ সমূলি নাই বুলি বুকুত হাত দি কব পাৰোঁ।



# বৈৰ-ভাৱ

ব্ৰহ্মাৰ মানস-পুত্ৰ চাৰি সিদ্ধ। শিশুৰ দৰে উলঙ্গ হৈ নানান দেশ ভ্ৰমি ফুৰে। হঠাৎ এদিন তেওঁলোক বিষ্ণুপুৰীত উপস্থিত হৈ বিষ্ণুৰ দৰ্শন-প্ৰাৰ্থী হ'ল। বিষ্ণুৰ দ্বাৰৰক্ষী জয় আৰু বিজয়। উলঙ্গ চাৰি সিদ্ধক ভিতৰ সোমাই অহা দেখি তেওঁলোকৰ ভীষণ খং উঠিল। আৰু—

সুসুধি পশন্ত অভ্যন্তৰ।
কোপে দুয়ো কম্পান্ত অধৰ॥
মুখ ভ্ৰূকুটি কুটিল।
বেতে ঠেলি চাৰিকো খেদিল॥

জয় বিজয়ৰ এনে আচৰণত ক্ষুব্ধ হৈ চাৰি সিদ্ধই তেওঁলোকক অসুৰ যোনিত জন্ম লৈ নিকাৰ ভুঞ্জিবলৈ অভিশাপ দিলে। এনেতে বিষ্ণু ওলাই আহি সকলো কথাৰ আঁত ললে। জয় বিজয়ে মুক্তিৰ উপায় বিচাৰি বিষ্ণুৰ চৰণত পৰি কাওবাওকৈ তুতি কৰিবলৈ ধৰাত ব্ৰহ্ম-শাপ খণ্ডাই অচিৰে তেওঁৰ কাষলৈ ঘূৰি আহিবলৈ উপায় দিলে—

বৈৰ-ভাৱে চিন্তিবাহা মোক।
অল্পকালে পাইবা এহি লোক ॥

পাছত কাশ্যপৰ ঔৰসত দিতিৰ গৰ্ভত তেওঁলোকে হিৰণ্যকশিপু আৰু হিৰণ্যাক্ষ নামে জন্ম লয়। বৰাহ-ৰূপী ভগৱন্তই হিৰণ্যাক্ষক "দন্তে ছিৰি" উদ্ধাৰ কৰে। বিষ্ণুৰ ওপৰত প্ৰতিশোধ লবলৈ হিৰণ্যকশিপু দৃঢ়সঙ্কল্প হ'ল। দৈত্যসকলক দেৱ-ব্ৰাহ্মণৰ অহিত চিন্তিবলৈ আদেশ দি দৈত্যেশ্বৰ ধ্যানত বহিল। শ শ বছৰ ধৰি তেওঁ কৰিলে বিৰাট তপস্যা। গাৰ মঙহ নোহোৱা হ'ল। উঁইৰ মাটিয়ে শৰীৰ ঢাকিলে। হাড়ত বন গজিল, তথাপি ভ্ৰূক্ষেপ নাই। শেষত তুষ্ট হৈ ব্ৰহ্মাই তেওঁক দৰ্শন দিলে। হিৰণ্যকশিপুই কোনো অস্ত্ৰ-শস্ত্ৰ আৰু ভগবানৰ সৃষ্ট কোনো প্ৰাণীৰ হাততেই যেন তেওঁৰ মৃত্যু নহয় তাৰ বাবে বৰ মাগিলে। প্ৰাৰ্থনা মঞ্জুৰ হ'ল। তাৰ পিছত হিৰণ্যকশিপুক পায় কোনে? ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰৰ বাহিৰে সকলো দেৱতাকেই তেওঁ অধীন কৰি 'ভৃত্যবৎ' খাটিবলৈ বাধ্য কৰালে। আলসুৱা দেৱতাসকলৰ মাজত ত্ৰাসৰ সঞ্চাৰ হ'ল। দৈত্যপতিৰ প্ৰধান আক্ৰোশ আছিল ভ্ৰাতৃবধী বিষ্ণুৰ ওপৰত। অৱশেষত দৈত্যেশ্বৰৰ পুত্ৰ বিষ্ণুৰ পৰম ভক্ত প্ৰহ্লাদক উপলক্ষ্য কৰি তেওঁৰ বিষ্ণুৰ প্ৰতি থকা পৰম বৈৰিতাৰ চৰম ৰূপ প্ৰকাশ হয়। এই বৈৰিতাৰ বাবেই ভক্তাধীন ভগৱন্ত বিষ্ণুৱেও নৰসিংহ ৰূপ ধৰে আৰু হিৰণ্যকশিপুক নিধন কৰি মুক্তি দিয়ে। দেখা

গ'ল হিৰণ্যকশিপুৰ সংহাৰ বা আশু-মুক্তিৰ মূলতেই আছে বৈৰ-ভাৱ।

ৰামায়ণৰ গল্প সকলোৱে জানে। ৰাৱণে সীতাহৰণ কৰিছিল কিয়? লাঞ্ছিতা ভনীয়েকৰ চকুৰ পানীয়ে নাকৰ পানীয়ে একেকাৰ কৰি কোৱা লাগনি কথাত নে সীতাৰ অপৰূপ ৰূপ-লাৱণ্যৰ অসীম তৃষ্ণাত? সীতা হৰণৰ মূল যুক্তি এই দুটা হলেও পৰোক্ষ ভাৱে মুখ্য কাৰণ যে ৰাৱণৰ মুক্তি এই কথা নুই কৰিব নোৱাৰি। ভগবান শ্ৰীৰামচন্দ্ৰৰ প্ৰতি থকা বৈৰ-ভাৱেই যে দুখ-দৈন্যপূৰ্ণ পৃথিবীৰপৰা ৰাৱণৰ মুক্তিৰ পথ পৰিষ্কাৰ কৰি দিলে তাক সকলোৱে স্বীকাৰ কৰিব।

উপৰোক্ত উদাহৰণৰ পৰা আমি 'বৈৰ-ভাৱ' সম্বন্ধে থূল-মূল ভাৱে এটা সূত্ৰ দিব পাৰোঁ।

"ঈপ্সিত বস্তুৰ আশু-প্ৰাপ্তি বা সান্নিধ্যৰ বাবে পৰোক্ষ ভাৱে প্ৰয়োগ কৰা কৌশলেই বৈৰ-ভাৱ।"

অৱশ্যে এই সিদ্ধান্ত সাধু-কথাক ভিত্তি কৰি লোৱা বুলি বহুতে মানিবলৈ টান পাব। বুৰঞ্জীৰ পুৰণি পাতত ইয়াৰ সমৰ্থন বিচাৰি এভুমুকি মৰা যাওঁক।

ডিজ্‌ৰেলি আছিল ইংলণ্ডৰ এসময়ৰ প্ৰধান মন্ত্ৰী। কাৰ্লাইল আছিল তেওঁৰ তীক্ষ্ণ সমালোচক। আনকি তেওঁ এবাৰ ডিজ্‌ৰেলি সম্বন্ধে লিখিছিল—"ইংৰাজে আৰু কিমান দিন এই অভজা বান্দৰটোৱে জাতিৰ বুকুৰ ওপৰত নাচি থকা সহ্য কৰিব?" কিন্তু আচৰিত কথা ১৮৭৪ চনত ক্ষমতাৰ

অধিকাৰী হৈয়েই প্ৰধান মন্ত্ৰীয়ে দিব পৰা সৰ্ব্বোচ্চ সন্মান তেওঁ কাৰ্লাইলক দিয়ে।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি আব্ৰাহাম লিন্‌কল্‌নৰ কথা সকলোৱে জানে। ৰাষ্ট্ৰপতিপদৰ বাবে প্ৰতিদ্বন্দ্বী লোকসকলেও তেওঁৰ মন্ত্ৰী হোৱাৰ সুযোগ পাইছিল। তেওঁক গৰিলা, বহুৰূপী শব্দেৰে উপলুঙা আৰু বৈৰিতা কৰা ষ্টেণ্টন তেওঁৰ যুদ্ধমন্ত্ৰী হৈছিল।

ডিজ্‌ৰেলিৰ বিৰোধিতা কৰি বিখ্যাত হোৱাৰ আকাঙ্ক্ষা কাৰ্লাইলৰ থাকক বা নাথাকক এই বিৰোধিতাৰ বাবেই যে ডিজ্‌ৰেলিয়ে কাৰ্লাইলক ভালকৈ জনাৰ সুযোগ পাইছিল ই নিশ্চিত। লিন্‌কল্‌নৰ প্ৰতিদ্বন্দ্বীসকলৰ প্ৰচাৰ আৰু বিকাশৰ মূলতেই বৈৰ-ভাৱ। বৈৰিতাৰ যোগেদিহে তেওঁ-লোক বিখ্যাত হোৱাৰ সুযোগ পালে।

১৮৩৮ চনৰ কথা। অসমৰ পৰা মণিৰাম দেৱান বৰ-লাটক দেখা কৰিবলৈ গৈছিল। সহজ ভাৱে বৰলাটক দেখা কৰা সম্ভৱ নহ'ল। শেষত তেওঁ বুজিলে বৈৰ-ভাৱৰ সহায় নললে তেওঁক দেখা কৰা হয়তো অসম্ভৱ হব। এদিন বৰলাট যাওঁক ফুৰিবলৈ। বাটত দেৱান বৈ থাকিল। বৰলাট যোৱা বাটত তেওঁ বৰষুণ দিয়াদি পইচা সিঁচিবলৈ ধৰিলে। পইচা বোটলা মানুহে বাট ভৰি পৰিল। বৰ-লাটৰ গতি-ৰোধ হ'ল। দেৱানবো বৰলাটক দেখা কৰাৰ সুযোগ মিলিল।

বৈৰ-ভাৱে চিন্তি 'ঈপ্সিত বস্তু'ৰ আশু সান্নিধ্য পোৱা বা পাবলৈ চেষ্টা কৰাৰ উদাহৰণ হিন্দী চিনেমা বা সস্তীয়া গল্প পঢ়োঁতাসকলে নিশ্চয় জানে। ধৰক কোনো এজন নায়ক নায়িকাৰ মিলন বা সান্নিধ্য ঘটাব লগীয়া হ'ল। সাধাৰণ উপায় অৱলম্বন কৰিলে হয়তো মিলন ঘটোৱাত বহুসময় খৰচ হব। কিছুদিন হয়তো নায়িকা স্কুল-কলেজলৈ যাওঁতে নায়কক পিছে পিছে ঘূৰাব লাগিব। ছুটীৰ সময়ত নায়কক খিলিপানৰ দোকানৰ আগত থিয় কৰাই থব লাগিব। কেতিয়াবা আকৌ নায়িকাৰ ওচৰ পাওঁতেই হয়তো নায়কৰ চাইকেলৰ চেইন পৰি যাব। চেইন তোলা ছলেৰে এবাৰ কেৰাহিকৈ চালেও তেওঁ হয়তো ভ্ৰূক্ষেপেই নকৰিব। সহজ ভাৱে মিলন ঘটোৱাত বহুতো বাধা। যথেষ্ট সময়ৰ আৱশ্যক। এনে জঞ্জালৰ পৰা ৰক্ষা পাবৰ এটা সহজ উপায় আছে,—বৈৰ-ভাৱ। কিছুমান গল্প আৰু হিন্দী চিনেমাত ইয়াত বহুল প্ৰচলন দেখা যায়। এনেবোৰ কাহিনীত দেখিব হঠাৎ নায়কজনে এখন চাইকেল বা মটৰেৰে নায়িকাক খুন্দা মাৰি দিব। নায়িকাই অলপ খং কৰিব। গালিও হয়তো পাৰিব। নায়কে নিজৰ দোষৰ বাবে ক্ষমা খুজিব। তাৰ পিছত কি হব আপোনালোকে সহজেই অনুমান কৰিব পাৰিব। কোনো কোনো ক্ষেত্ৰত দেখিব নায়িকাই ফুলনিত পখিলাৰ পাছে পাছে ঘূৰি ফুৰিছে। পখিলা হ'লে ধৰিব পৰা নাই। বহুপৰৰ মূৰত

এটা ধুনীয়া পখিলা ধৰাৰ সুযোগ পালে। ধৰে ধৰে, এই ধৰে—এনেতে হঠাৎ কোনোবাই পখিলাটি উৰুৱাই দিলে। নায়িকা ব্যৰ্থ-মনোৰথ হৈ খঙেৰে ঘূৰি চাই দেখে পাতল পাঞ্জাবী পিন্ধা, ডাটি-গোঁফ খুৰাই নিকা কৰি থোৱা মুখেৰে এজন থুলন্তৰ ডেকা দূৰত থিয় হৈ নায়িকাৰ ফালে চাই মিচিক্ মিচিক্কৈ হাঁহি আছে। নায়িকা অগ্নিশৰ্ম্মা হৈ তেওঁক বহুতো কিবাকিবি ক'ব। ( নায়িকা ৰাজকুঁৱৰী হ'লে নায়কক ঠাঁচকৈ এচৰ মাৰি দিবও পাৰে। হিন্দী চিনেমাত দুখীয়াৰ ছোৱালীয়েও চৰ মৰাত কোনো আপত্তি নাই। ) এই ঘটনাৰ পিছতেই নায়িকাৰ মনত জাগিব এক পুলকৰ শিহৰণ। কৃতকৰ্ম্মৰ বাবে অনুশোচনাত প্ৰাণ ব্যথিত হৈ পৰিব। দুদিন পিছত দেখিব নায়কৰ কোলাত মূৰ থৈ তেওঁ 'হাৱামে উৰতা যায়ে' বুলি ফুলনিত গান গাই দৰ্শকৰ মনতো এটা 'উৰতা হ্যায়' ভাৱ আনি দিছে।

বৈৰ-ভাৱে সিদ্ধি লাভ আজিৰ যুগত সহজ। আপুনি যদি সোনকালে কিবা এটা সুবিধা গ্ৰহণ কৰিব খুজিছে তেনেহলে বৈৰ-ভাৱৰ সহায় লওঁক—সহজে আপোনাৰ কাম সিজিব।

ধৰক্, আপুনি এজন এম. এল. এ. বা এম্. পি.; মন্ত্ৰী হোৱাটো আপোনাৰ ইচ্ছা। চুপ্‌চাপ্ পাৰ্টিৰ "যো হুকুম" মাৰ্কা সভ্য হৈ থাকিলে আপোনাৰ কাম কেতিয়াও নিসিজে। আপুনি মাজে মাজে পাৰ্টিৰ মুখীয়াল লোকসকলৰ লগত তৰ্ক

কৰিব। কোনো কোনো ক্ষেত্ৰত বিৰোধিতা কৰি গৰম বক্তৃতা দিব। চাব আপোনাৰ সমালোচনাৰ পৰা হাত সাৰিবলৈ আপোনাক মন্ত্ৰী নহলেও পাৰ্লিয়ামেণ্টৰী ছেক্ৰেটাৰী নিশ্চয় পাতিব। আমাৰ ভাৰতীয় সংসদত কোনো এখন বিলৰ (বিলখন এতিয়াও পাছ হোৱা নাই যেতিয়া নাম নোলোৱাই ভাল) ভীষণ সমালোচনা চলাৰ কথা। দেখা গ'ল বিলৰ বিতৰ্ক চলাৰ আগে আগে সমালোচক দলৰ প্ৰধান লোকজন মন্ত্ৰী হৈছে।

আপুনি কোনো কাকতৰ সম্পাদক নেকি? ধৰক—আপুনি আপোনাৰ কাকতত বেছিকৈ চৰকাৰী জাননী বিচাৰে। তীব্ৰ সমালোচনা কৰি চৰকাৰক জ্বলাকলা কৰি দিয়ক। প্ৰথমতে আপোনাৰ কাকতৰ জাননী বন্ধ কৰি অলপ ভয় খুৱাব পাৰে। ভয় নাখাই সমালোচনা তীব্ৰগতিত চলাই থাকক। কিছুদিন পিছত সমালোচনাৰ গতি মন্থৰ কৰি দিয়ক। দেখিব চৰকাৰী জাননীৰে আপোনাৰ কাকত ভৰি পৰিছে।

আপুনি ধৰক বাতৰি কাকতত আপোনাৰ ছপা নামটো চাবলৈ ইচ্ছা কৰে। "আপোনাৰ সুচিন্তিত অভিমত পঢ়ি আনন্দিত হলোঁ, আপোনাৰ জনপ্ৰিয় কাকতে নতুন যুগৰ অৱতাৰণা কৰিছে"—এনে ধৰণৰ তেল দিয়া মন্তব্য দিলে আপোনাৰ নাম আজি-কালিৰ সম্পাদকে প্ৰকাশ নকৰে। তেওঁলোকেও পত্ৰলেখকৰ ধাতু বুজি পায়। কিন্তু তাকে নকৰি যদি কাকতত তীব্ৰ সমালোচনা কৰি চিঠি দিয়ে—দেখিব

পিছদিনাৰ কাকতত আপোনাৰ নামটো ফট্‌ফটীয়া আখৰেৰে ছপা হৈ ওলাইছে। (অৱশ্যে কোনো দুষ্ট সম্পাদকে "লেখকৰ বানান আৰু শব্দ-গাঁথনিৰ ওপৰত আমি হাত ফুৰোৱা নাই" বুলি ভুলবোৰ আঙুলিয়াই দিলে আমি নিৰুপায়)।

বৈৰ-ভাৱৰ অসীম শক্তি। ধৰক, আপোনালোকৰ ঘৰলৈ কোনোবা এগৰাকী ধুনীয়া ছোৱালী ফুৰিবলৈ আহিছে। কিবা এটা অজান কাৰণত আপোনাৰ প্ৰাণে তাইৰ পৰিচয় বিচাৰি ব্যাকুল হৈ পৰিল! আপুনিতো মা বা ভনীজনীক ক'ৰ ছোৱালী, ক'ত থাকে, কি নাম—এইবোৰ কথা সুধিব নোৱাৰে। অথচ পৰিচয় নহলেও নহয়। এতিয়া উপায়? উপায় বৈৰ-ভাৱ। আপুনি মাক বুধি কৰি সুধিব পাৰে—"মা এই যে ধুন-পেচ্‌ মৰা ছোৱালীজনী আহিছিল ক'ৰনো? এনে যে ষ্টাইল কৰি থাকে দেখিলেই খং উঠে।" কথাষাৰ কওঁতে আপুনি মুখত সম্পূৰ্ণ ঘৃণাৰ ভাৱ ফুটাই তুলিব লাগিব। তেনেহলে তেওঁ আপোনাক সন্দেহতো নকৰেই বৰং ভাবিব—"আঃ মোৰ বাচা এনে সৰল, শান্ত……।" তেতিয়া তেওঁ নিঃসন্দেহে ক'ব—"বোপা—অমুকৰ ছোৱালী, তমুক নাম—" ইত্যাদি। লগে লগে আপোনাৰ কাম হাচিল!

আপুনি কলেজত পঢ়ে। কলেজীয়া ছোৱালী এজনীৰ লগত পৰিচয় হোৱাতো আপোনাৰ ইচ্ছা। বাটত লগ ধৰি "আপোনাৰ 'কম্বিনেশ্যন' কি? আপোনাৰ অমুক কিতাপখন

আছেনে ?”—বুলি সোধা সন্তীয়া বুধিয়ে আপোনাক বিশেষ একো সহায় নকৰিব। বন্ধুতা গঢ়িবলৈ আপুনি মাজে মাজে ছোৱালীজনীক জোকাব—দস্তুৰমতে বৈধিতা কৰিব। ( সাৱধান ! হাল্‌কাল্ চাইহে এই কামত আগবাঢ়িব। হাজাৰ হলেও আজি-কালিৰ ছোৱালী। ) কিছুদিন পিছত দেখিব তেওঁ এদিন আপোনাক লগ ধৰি ক’ব—“হৰি, আপুনি মোক কিয় ইমান জোকায় থাকে ?” এনেকৈ ক’লেই বুজিব আপোনাৰ ফালে বৃহস্পতি পোন ! মোৰ বন্ধু এজনৰ কাহিনী এটা কওঁ। তেওঁ ছোৱালী দেখিবই নোৱাৰে। পাৰিলে যেন ছুনিয়াৰ ছোৱালীবোৰ গোটাই লৈ এটম বোমা মাৰি সাং কৰিহে পেলাব ! ছোৱালী দেখিলেই তেওঁ বৰকৈ জোকায়। ছোৱালীবিলাকে সেইবাবে তেওঁক অলপ ভয়ো কৰে। হঠাৎ আমাৰ কলেজলৈ এজনী নতুন ছোৱালী আহিল। বন্ধুজনে খুব জোকালে। অসুখৰ বাবে মই প্ৰায় দেড়মাহ কলেজলৈ যোৱা নাছিলোঁ। হঠাৎ এদিন তেওঁ আউলী-বাউলী চুলিৰে মোৰ ঘৰ পালেহি। ধপ্‌কৈ এটা টেম্‌টেমীয়া নীলা খাম ( বস্তা বোলাহে উচিত ) মোৰ আগত থৈ ক’লে, “ভাই—সেই যে নতুন ছোৱালীজনী—খুব জোকাইছিলোঁ, তাই দিছে—কি’য় কব নোৱাৰো, তাইক মোৰ ভাল লাগি গ’ল। দেউতাকৰ আপত্তি। তই যদি সহায় নকৰ তেনে হলে ছুটি প্ৰাণীৰ বধৰ ভাগী হ’বি।” বন্ধুৰ বৈৰ-ভাৱৰ স্বৰূপ তেতিয়াহে বুজিব পাৰিছিলোঁ।

বৈৰ-ভাৱ বিজ্ঞাপনৰ সহজ উপায়। ইয়াৰ প্ৰকাশ দুই-ৰকমে হয়। এটি তীব্ৰ, আনটি মন্থৰ। তীব্ৰ গতিৰ বৈৰ-ভাৱ অলপ টলকি চালেই গম পোৱা যায়। মন্থৰ গতিত ইয়াক বুজা বহু সময়ত টান হৈ পৰে। মননশীল সকলৰ বৈৰ-ভাৱ সাধাৰণতে মন্থৰ গতিৰ। তীব্ৰ গতিৰ বৈৰ-ভাৱ সাধাৰণতে ড্ৰাইভাৰ, হেণ্ডিম্যেন, চিনেমাৰ গেটকিপাৰ আৰু বহুসময়ত কলেজীয়া ডেকাসকলৰ মাজত প্ৰকাশ পায়। সুহুৰিওৱা, ছোৱালী দেখিলে পাছফালৰ পৰা শুনা-নুশুনাকৈ অবাচ্য মাত মতা, হিন্দী চিনেমাৰ গান বেসুৰীয়াকৈ গোৱা, কাষেৰে গাত লাগো-নালাগোকৈ হালি-জালি চাইকেল চলোৱা আদিকো তীব্ৰ বৈৰ-ভাৱৰ লেখত ধৰিব পাৰি।

মন্থৰ গতিৰ বৈৰ-ভাৱ নামত মন্থৰ হলেও কামত মন্থৰ নহয়। ইয়াক বাচি উলিওৱাও সহজ নহয়। অভিমানো মন্থৰ বৈৰ-ভাৱৰ শাৰীৰ। দশৰথৰ কথা চাওঁক। কৈকেয়ীয়ে অভিমান বা বৈৰ-ভাৱৰ যোগেদি সহজেই কাম হাচিল কৰিলে। তিৰোতাসকলৰ বৈৰ-ভাৱ সাধাৰণতে মন্থৰ ভাৱে প্ৰকাশ পায়। বহু সময়ত তাক বুজাই টান হৈ পৰে।

কলিকালত বৈৰ-ভাৱেহে সাৰ। আজিৰ যুগৰ সুবিধা আদায়ৰ প্ৰধান কিটিপ্ বৈৰ-ভাৱ। অৱশ্যে ভিন্ ভিন্ ক্ষেত্ৰত ই ভিন্ ভিন্ ৰূপে প্ৰকাশ পায়।

নিজ পাৰ্টিত কোনো সুবিধা কৰিব নোৱাৰিলে পাৰ্টিৰপৰা ওলাই গৈ পাৰ্টিৰ বৈৰিতা কৰি সুযোগ মিলিলেই চুপ্চাপ্

আকৌ পাৰ্টিৰ একান্ত বাধ্য-কৰ্ম্মী হিচাপে কাম কৰাটো আজিকালি ভাতৰ লগত পানী খোৱা কথা।

অনশন ধৰ্ম্মঘট আদি ৰাজনৈতিক দলৰ কিটিপবোৰ ফঁহিয়াই চালেও দেখিব ইয়াৰ মূলতে আছে অসীম শক্তি-শালী বৈৰ-ভাৱৰ অতুল প্ৰভাৱ।

# কাহৰ বিষয়ে ৰচনা

কাহ নহয় কাৰ? আপোনাৰো নিশ্চয় কাহ হৈছে। মোৰতো অলপ ঠাণ্ডা লাগিলেই কাহ হোৱাটো দস্তুৰ। কাহ দুৰাৰোগ্য নহয়—এয়ে ৰক্ষা। প্ৰায়বোৰ সৰু লৰা-ছোৱালীৰে কাহ, পানী-লগা আছেই। ইয়াৰ দৰবো সামান্য ভাৱে সকলোৱে জানে। নগৰত বহুতৰেই অন্ততঃ 'ৱাসক চিৰাপ' এবটল থাকে। গাৱঁত চিৰাপ নাথাকিলেও বাহকৰ ৰস কাহৰ উত্তম দৰব বুলি সকলোৱে জানে। লৰা-ছোৱালীৰ কাহ হলে তুলসী পাতৰ ৰস অলপ মৌৰে মিহলাই খুৱাই দিয়ক, ৰাতিপুৱা দেখিব কাহ নাই। আদাৰ ৰসো খুৱাব পাৰে। পিছে চাব আকৌ, জলা পাই কান্দিলে পোনাকণৰ মাকে আপোনাকহে গালি পাৰিব।

কাহৰ লক্ষণ সম্বন্ধে আপোনাক কোৱাৰ আৱশ্যক নেদেখোঁ। গলটো অলপ সুৰসুৰাব, খুক্ খুক্কৈ শব্দ এটা হব; এয়েই কাহ। কেতিয়াবা গৰমদিনৰ ভিজিটেবোল ঘিৰ দৰে খেকাৰো ওলাব পাৰে। ব্যাধি হিচাপে কাঁহক

কোনেও সমৰ্থন নজনায়। সভ্য সমাজত খক্ খকাই কাহি থকাটো দস্তুৰ মতে অভদ্ৰামি।

সভা-সমিতি, ক্লাছ, চিট্টিবাছ, ৰাজপথ সকলোতে কাহ 'বৰ্জ্জয়েৎ'। এবাৰ চিকাৰী বন্ধু এজনৰ পৰা এই আপদীয়া কাহটোৰ বাবেই ভেকাহি এটা খোৱা আজিও মনত পৰে। কাহৰ বাবেই হেনো সেইদিনা চিকাৰ নাপালে। ফকৰা এফাকি মনত পৰিছিল—বোলে 'নাচিব নাজানে চোতালখন বেঁকা'। কাহ চোৰৰ মহা শত্ৰু। বাবুৰ পকা লিচু ডালত হাত দিয়াৰ আগতে লৰাইতে হিচাপ কৰি চাব লাগিব— দলত কোনোবা কাহুৰা আছে নেকি? কোনোবাই খুহুক্ কৈ কাহ এটা মাৰিলেও গুঁফীয়া চকীদাৰৰ হাতৰপৰা সাৰি অহাৰ উপায় নাথাকিব। মুঠৰ ওপৰত কাহৰ বদনাম য'তে ত'তে।

পিছে, আমি হলে কাহক তেনেই এলাগী বুলি চুৱনিত বাহ দিব নোখোজোঁ। দৈনিক এশ এবুৰি কামত কাহৰ প্ৰয়োজন আমি অনুভব কৰোঁ।

আপুনি এঘৰ মানুহৰ ঘৰলৈ গৈছে। ঘৰৰ গিৰিহঁতৰ নাম নাজানে। জানিলেও হয়তো নাম ধৰি মতাটো আপোনাৰ পক্ষে সম্ভৱ নহয়। আপুনি যে আহিছে তাৰ সম্বাদ দিবলৈ 'কলিং বে'লো' নাই। আমাৰ গাৱঁলীয়া 'কলিং বে'ল' কাহ এটা মাৰি দিয়ক, কোনোবা এজন নিশ্চয় ওলাই আহিব। 'কলিং বে'ল' নথকা আমাৰ সমাজত এটা

ৰা দুটা কাহেই বহুদিনৰ পৰা এই কাম কৰি আহিছে। ঘৈণীয়েকে যেনিবা এজাক তিৰোতাৰ লগত মেল মাৰি আছে। গিৰিয়েকক হাতনিপেৰাৰ সঁচাৰ কাঠীডাল লাগে। মাতে কি বুলি? 'ঘৈণী' বুলিতো আৰু মাতিব নোৱাৰি। দীঘলীয়াকৈ গহীন কাহ এটা মাৰিলেই মেল এৰি তেওঁ সুৰসুৰকৈ গিৰিয়েকৰ ওচৰ চাপিব। আমাৰ সমাজত কাহ—মানুহ মতাৰ এটা 'টেক্‌নিক'।

শহুৰেক ক'ৰবাৰ পৰা ফুৰি আহিছে। বোৱাৰীয়েকহঁতে ভিতৰ চোতালত মূৰত কাপোৰ নোলোৱাকৈ থাকিব পাৰে। পদূলিতে পুৰণি মটৰৰ 'গিয়েৰ চেঞ্জ' কৰাৰ দৰে দীঘল লেকেটা কাহ এটা মাৰিলেই সকলো লেঠা ছিগিল। জাননী পাই তেওঁলোকো সাৱধান হ'ল, বুঢ়া শহুৰেকলৈ হাতভৰি ধুবলৈ পানী টুপিও আহি পালে।

কাহে 'ৱাৰ্ণিং' বা সাৱধান বাণীৰ কামো কৰে। আপুনি এজন উচ্চপদস্থ কৰ্ম্মচাৰী। আপোনাৰ তলত শ শ লোকে নিতৌ খাটে। আপোনাৰ 'গ্ৰেভিটি' বজায় ৰাখিবলৈ অফিচত সোমোৱাৰ আগতে দুটা কাহ মাৰি ভিতৰ সোমাওঁক। দেখিব তলতীয়া অফিচাৰ সকল সন্ত্ৰস্ত হৈ নিজ নিজ কামত লাগি গৈছে। কৰ্ম্মচাৰীসকলে কাম এৰি কথাৰ মহলা মাৰি থকা দেখিলে এহ্ এহ্‌কৈ এটা দীঘলীয়া কাহ মাৰক—গণ্ডগোল লগে লগে ঠাণ্ডা হৈ পৰিব।

ইঙ্গিত দিবলৈ কাহৰ একান্ত আৱশ্যক। গালি পৰাৰ

ভয়ত কণ্ঠমইনাই যদি বাবুলক দেখাদেখিকৈ খেলিবলৈ, মাতিবলৈ সাহস নকৰে তেনেহলে দূৰৰ পৰাই একে লেঠাৰিয়ে কেবাটাও কাহ মাৰিব। কাহৰ পৰিভাষাত কোৱা এই কথাখিনিৰ অৰ্থ,—"বাবুল, আজি বৰ পলম কৰিছ দেখোন ? সোনকালে ওলাই আহ, খেলিবলৈ যাওঁ।"

কোনো লোকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সহজ উপায় কাহ। এখন সভাত বক্তৃতা দিবলৈ বা এটি প্ৰস্তাৱ উত্থাপন কৰিবলৈ আপুনি ইচ্ছা কৰিছে। সভাপতিয়ে আপোনাৰ প্ৰতি লক্ষ্য কৰা নাই। কাহ এটা মাৰি গাটো অলপ লৰচৰ কৰি আপুনি সভাপতি আৰু দুইচাৰিজন সমজুৱাৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰে। অৱশ্যে ডাঙৰ সভাত এই কাহে বিশেষ একো সহায় কৰিব নোৱাৰে।

নিজৰ উপস্থিতিৰ সঁহাৰি দিবলৈ কাহৰ নিতান্ত প্ৰয়োজন। ধৰক, আপোনাৰ ছাত্ৰ এজনে চুৰট হুপি গৈছে। দেখিলে আপোনাৰ নিজৰেই লাজ। নেদেখা ভাও ধৰি কাহ এটা মাৰি দিয়ক। লগে লগে তেওঁ আধা খোৱা চুৰট হলে দলিয়াই পেলাব, মাত্ৰ এহোপামান মৰা হলে খৰধৰকৈ মুমুৰাই জেপত ভৰাব। কাহৰ বাবেই দুয়ো কুল ৰক্ষা পৰিল। এনে বিধ কাহৰ পৰা লাভবান হোৱাৰ কাহিনী এটা বন্ধু এজনে কৈছিল। টিউশ্যনলৈ যাওঁতে চুৰট খাই থকা ছাত্ৰজনক সঁহাৰি দিবলৈ তেওঁ হেনো মাৰিলে এটা কাহ। চুৰট লুকুৱাই লৰাজন আঁতৰ হ'ল যদিও

পেকেটটো টেবুলতেই থাকিল। ভবিষ্যতে চুৰট খাই ল'বাৰ অধঃপতন হোৱাৰ আশঙ্কা কৰি পেকেটটো তেওঁ লাহেকৈ জেপত সুমুৱালে।

কাহে বহুসময়ত মানুহক সাহস আৰু প্ৰেৰণাও দিয়ে। আপুনি এজন শিক্ষক। স্কুল চাবলৈ অহা ইন্সপেক্টৰক ল'ৰাবিলাকে দিওঁ-দিওঁ বুলি ভাবিও ছুটীৰ দৰ্খাস্তখন দিবলৈ সাহস গোটাব পৰা নাই। মিহিকৈ কাহ এটা মাৰি এবাৰ লৰাইতৰ ফালে আৰু এবাৰ ইন্সপেক্টৰৰ ফালে চাওঁক—ল'ৰাবিলাকে দৰ্খাস্তখন দিবলৈ উৎসাহ পাব।

আৰু এবিধ কাহ আছে। এই কাহৰ উদ্দেশ্য আনক ঠাট্টা কৰি ৰংচোৱা। কোনো ডাঙ্কোপ মৰা লোক যদি কোনো কামলৈ শেনটো যোৱাদি গৈ ফেঁচাটো অহাদি ঘূৰি আহিব লগীয়াত পৰে তেনেহলে তেওঁ এই বিধৰ কাহ কিছু হজম কৰিব লাগিব। এই কাহৰ অৰ্থ—"বোলো ডাঙ্কোপ মাৰিছিলি, এতিয়া কেনে পালি?" বক্তৃতা দিবলৈ উঠি যদি আপুনি 'পইন্ট' পাহৰি সেপ ঢুকিবলৈ ধৰে তেনেহলে জাউৰিয়ে জাউৰিয়ে এই কাহে আহি আপোনাক বিব্ৰত কৰি পেলাব। গান গাবলৈ উঠি যদি তাল ভুল কৰে, অভিনয় কৰি থাকোঁতে বচন পাহৰি সেমেনা সেমেনি কৰি 'প্ৰম্পটাৰ'ৰ মুখলৈ ফেলফেলকৈ চাই থাকে, তেনেহলে এই কাহৰ প্ৰতাপত আপোনাৰ মঞ্চত থকাই টান হৈ পৰিব।

আৰু এবিধ কাহৰ কথা নকওঁ নকওঁ বুলিও কব লগীয়া

হ'ল। এই বিধো ঠাট্টা কৰি বং চোৰা বিধৰে যদিও সেই শাৰীত নপৰে। ইয়াৰ স্থান আৰু অলপ তলত। ই উতনুৰা, চেলেপু ডেকাসকলৰ একচেতীয়া সম্পত্তি। খোলাখুলিকৈ কব লাগিলে ইয়াক 'ছোৱালী জোকোৱা কাহ' আখ্যা দিব পাৰি। কোনো ছোৱালী দেখিলে লগত ককায়েকেই গৈছে নে মাকেই গৈছে ভ্ৰূক্ষেপ নকৰি ডেকাসকলে এনে কাহৰ উজান তোলে। সোঁচৰা গুণটি এই কাহৰ বৈশিষ্ট্য।

খোকোজা ভঙাৰ উপায় হিচাপেও বহুতে কাহ মাৰে। আপোনাৰ ওপৰৱালা এজনক আপুনি কিবা এটা কব খুজিছে। পিছে ঠোঁটামোজা লগা বাবে কথা বিলাক 'গট্' লগাই কব পৰা নাই। লাহেকৈ সৰু সৰু দুটামান কাহ মাৰি এই সময়তে আপুনি কথাখিনি গঢ় লগাই এফালৰ পৰা কৈ যাওঁক। এই বিধৰ কাহে খোকোজা লগা মানুহজনক সাময়িক 'ৰিলিফ'ৰ কাম দিয়ে।

এবিধ কাহৰ নাম এই খিনিতে উল্লেখ নকৰিলে অন্যায় কৰা হব। এই বিধক 'অধীনৰ বিনীত নিবেদন' কাহ নাম দিব পাৰি। ব্যস্ততা দেখুৱাবলৈ তলতীয়া কৰ্ম্মচাৰীয়ে কামৰ মাজতে দুই একোবাৰ এই কাহ মাৰি নিজৰ ব্যস্ততাক ব্যস্ততৰ কৰি দেখুৱাবলৈ চেষ্টা কৰে। এই শ্ৰেণীৰ মানুহে কোনো কথা সমৰ্থন কৰাৰ আগেয়ে বা থিক পাছতে খুহুক্ কৈ এটা কাহ মাৰে। এই কাহৰ শব্দ খুব কম। ই ঠিক কাহ নহয়, কাহৰ আভাস মাথোন।

এতিয়া আমি দেখিলোঁ, কাহক আমি এটি ৰোগ আৰু অপ্ৰয়োজনীয় বুলি ভাবিলেও প্ৰকৃতপক্ষে ইয়াৰ মূল্য নোহোৱা নহয়। অনুপান ভেদে ইয়াক মকৰধ্বজ হিচাপে ব্যৱহাৰ কৰিব পাৰি।

পুৰণি সাধু এটিত কাহৰ উল্লেখ আছে। ছাতি আৰু মাটিৰ পিঠা খাবৰ মন গ'ল। ভালুকৰ বাৰীৰপৰা পিঠা দিয়াৰ চৰ্ত্তত আনিলে খৰি। জিভাৰ জুতি চাওঁতে পিঠা শেষ হলত দুয়ো লুকাই থাকিল। ভালুক আহি পোৱাত মাটিয়ে লুকুৱা ঠাইৰ পৰাই মাৰিলে এক ভীষণ কাহ। ভয় খাই ভালুক পলাই পত্ৰং। যিয়েই নহওক সাধুটো কাহৰ সমৰ্থক।

পিছে আজি-কালি বহুতে কাহৰ ফালে সমৰ্থন জনাই হাত দাঙিবলৈ টান পায়। কাৰণ, ডাক্তৰ সকলে কয়, আঁহ ফলা বিধৰ কাহ যক্ষ্মাৰেই লক্ষণ।

# গান

এজন অসমীয়া লেখকে গানক 'সংসাৰ-মৰুভূমিৰ সৰোবৰ' আখ্যা দিছে। এজন ভাষ্যকাৰে জ্ঞান আৰু গান একেই বস্তু বুলি কৈছে। উচ্চাৰণৰ সুবিধাৰ বাবে কোনোৱে বোলে গান। এই মাত্র ভেদ।

কুৰি শতিকাত গানৰ প্ৰভাৱ বাৰুকৈয়ে বাঢ়িছে। য'তেই যাওক, ত'তেই গান। আজি-কালিৰ যি কোনো অনুষ্ঠান গান নহলে নচলে। নাৰীকণ্ঠৰ হলেতো কথাই নাই। তেহেলৈ তালমান থাকক বা নাথাকক। উপায় নাপালে ক্ষয় যোৱা পিনেৰে পুৰণি ৰেকৰ্ড হলেও বজাব লাগিব। নহলে অনুষ্ঠান নজমে। বিৰি-চুৰটৰপৰা খবৰ দৰবলৈ সকলোৰে প্ৰচাৰৰ বাহন গান। গানৰ ব্যৱস্থা নাথাকিলে টেঁটু ফালি মৰিলেও আজি-কালি মেল-মিটিঙলৈ কেও নাযায়। গানৰ এই ক্ৰমবৰ্দ্ধমান সমাদৰে গানৰেই বিজয় ঘোষণা কৰে।

লাহে লাহে আমি গদ্যময় হৈছো বুলি এজন লেখকে খেদ কৰিছিল। আজিৰ বজাৰত গানৰ চাহিদা অসম্ভৱ ৰূপে বাঢ়ি অহা দেখি কথাষাৰ অস্বীকাৰ কৰিবৰ মন যায়।

হাটে-বজাৰে, চিনেমাই-থিয়েটাৰে, স্কুলে-কলেজে, ট্ৰেইনে-বাছে গানৰ বজাৰ কতো মন্দা পৰা নাই। ফুৰিবলৈ গলে দেখিব পার্কত ছোৱালীজনীৰ কাষে চাই কেইজনমান ডেকাই হয়তো হিন্দী চিনেমাৰ গান গাই আছে। হোষ্টেলৰ আগেদি এপাক মাৰক—শুনিব 'লাৰেলাপ্পা' ধ্বনি। কলেজৰ 'লাষ্ট বেঞ্চ'ৰ ছাত্ৰ-কেইজনে হয়তো 'জুথে আশা জুথে প্যাৰ' গাই আছে। স্কুল কলেজ ছুটী হলে দেখিব ছোৱালীৰ জুমটোৰ পিছে পিছে যোৱা ল'ৰাকেইজনে চলতি চিনেমাৰ কিবা এটা গান আওৰাই নিজৰ কণ্ঠমাধুৰিমাৰ পৰিচয় দিছে। ট্ৰেইনত আপুনি য'লৈকে নাযাওক দেখিব—ষ্টেশ্যনে ষ্টেশ্যনে গাভৰু ছোৱালী থকা ডবা কেইটাত 'লোকেল পাইতাঁৰা' কেইজন গান গাই গাই হে প্ৰবেশ কৰিছে। কাৰোবাৰ গ্ৰামোফন বা ৰেডিঅ'ত যদি চলতি গানৰ ৰেকৰ্ড দিয়ে তেনেহলে আপুনি আৰু সেই গান শুনিবলৈ আশা নকৰিব। আপোনাৰ ওচৰত থকা ল'ৰাৰপৰা আদ্‌বুঢ়ালৈ সকলোৱে গানটি এনে ভাবে আওৰাবলৈ ধৰিব যে, গান শুনাৰ স্পৃহা আপোনাৰ একেবাৰেই নাইকিয়া হব! গানৰ ইমানেই সমাদৰ!

ড্ৰাইভাৰ, হেণ্ডিমেন, ৰিক্সাৱালা, চিনেমাৰ গেটকিপাৰ, চানাচুৰৱালা, নেপালী চকীদাৰৰ পৰা আৰম্ভ কৰি হাকিম-মঞ্চুপলৈ সকলোৱে গান গায়। কোনোবাই যেনিবা ধাটে ঘাটে চিঞৰি, কোনোবাই হয়তো লাহে লাহে—ঠিক নাটকৰ স্বগতঃ উক্তিৰ দৰে।

আজিৰ দিনত গান জানিলে চাউল-কঠাৰ কাৰণে আপুনি আৰু ভাবিব নালাগে। ভালকৈ গাব জানিলে চিনেমাৰ 'প্লেবেক' গায়ক বা বেতাঁৰ-শিল্পী হবলৈ আপোনাৰ সৰহ পৰ নালাগে। দুবাৰ 'কণ্ট্ৰেক্ট' পালে মাহটো চলিব পাৰিব। 'মিউজিক ছ'চিয়েল'—বা মৌ-মেলত আপোনাৰ ঠাই আগ শাৰীত। পিক্‌নিকলৈ গায়ক হিচাপে যাব— আপুনি পইচা ভৰিব নালাগে। ভালকৈ গাব নাজানিলেও আপোনাৰ মৰণ নাই, বিৰি কোম্পানীৰ এশ পয়সত্তৰ টকীয়া চাকৰি এটি আপুনি পাবই। আজিৰ দিনত গানৰেই জয়জয়-ময়ময়।

গান জানিলে আপুনি কলেজৰ 'মিউজিক ছেক্রেটাৰী' হব পাৰে। বাজেটত ভুল হলে আপোনাক ধৰে কোনে? সঙ্গীতৰ লগত অঙ্ক শাস্ত্ৰৰ মিল নথকাটো সৰ্ব্বজন-বিদিত কথা। গায়ক হলে আপোনাৰ কেন্টিন ফ্রি—চুৰট ফ্রি। মিহিকৈ ডাঢ়ি-গোঁফ চিকুণাই থাকিব আপোনাৰ গাত পখিলা পৰাবো সম্ভাৱনা। গান জানিলে বৰুৱা-ফুকনৰ জীয়েকক গান শিকোৱাৰ ভাৰ আপোনাৰ ওপৰত। কোনো কোনোৱে মন্তব্য কৰে—গান হেনো উপলক্ষহে।

গান নাজানিলে আজিৰ যুগৰ ছোৱালীৰ বিয়াৰ বাটত যেনিবা কাঁইটহে পৰিল। কাপোৰ ব'ব নজনা অসমীয়া ছোৱালী বিয়া কৰাবলৈ আগেয়ে সমাজে বাধা দিছিল। আজিৰ সমাজত গান নজনা ছোৱালীৰ 'ডিমাণ্ড' কম। গান

নজনাটো আজিৰ যুগৰ ছোৱালীৰ এটা 'ডিছকোৱালিফিকেশ্যন' ; টাউন চহৰৰ ছোৱালীয়ে গান নজনাটো লাজৰো কথা। সেয়েই পাৰক নোৱাৰক ভীমকল্পৰ গোট যেন বাদ্যযন্ত্র লৈ মিউজিক স্কুলত হাজিৰা দিয়াটো আজিৰ দিনৰ আইন। গানৰ অজুহাততে দৰাৰ বাবে বিজ্ঞাপনো কৰা হয়, লগতে দেউতাকৰো কবলৈ সুবিধা হয়,—"মোৰ ছোৱালীজনী গানত একেবাৰে কেঁচা নহয়। 'পাৰ্চিয়েলিটি' নকৰা হলে সঙ্গীত প্রতিযোগিতাত এইবাৰ তাই প্রথম পুৰস্কাৰ পালেহেঁতেন!" বন্ধু এজনে এবাৰ তানচেনৰ গল্প এটা কৈছিল। তেওঁ হেনো দীপক ৰাগিণীৰে বিড়ি জ্বলাই খাই আধা খোৱা হলে মেঘমল্লাৰ টানি বৰষুণ অনাই বিড়িদাল নুমাই থৈছিল। গ্রীক্ সাহিত্যত অৰ্ফিয়াছে তেওঁৰ সুমধুৰ গীতৰ দ্বাৰাই ঘৈণীয়েকক যমৰ হাতৰপৰা ঘূৰাই অনাৰ কাহিনী এটা আছে।

গানৰ আৰু এটা শক্তি আছে। গান ভয় হাৰী। হিন্দী চিনেমাত ভয় লাগিলে নায়ক নায়িকাই গান গোৱাৰ কথা কব খোজা নাই। আপুনি অকলশৰে কোনোবা ভয়লগা ঠাইলৈ যাব লাগিলে গানেই আপোনাৰ একমাত্র সম্বল। টান টানকৈ (সুৰ থাকক বা নাথাকক ভাবিব নালাগে) গান গাই দিলে আপোনাৰ ভয় নিশ্চয় পাতলিব। ভূত আছে বুলি ভয় খাই থকা ঠাইখন গান গাই গাই সহজে পাৰ হব পাৰিব। অৱশ্যে পৰীক্ষাৰ প্রিপাৰেশ্যন নহৈ ভয় খালে গানে কিবা উপকাৰ কৰিব পাৰিব নে নোৱাৰে নাজানোঁ।

আমাৰ আদিম যুগ গীতময়। 'দেহাৰ ভাৰসা নাইৰে'ৰ পৰা 'মাখি হৈ গালত চুমা' দিয়ালৈ নানান গীত আমাৰ সমাজত আছে। ভক্তসকলে 'হৰি মোৰ গুৰু ঐ' বুলি গীতত ধৰিলে ভাওৰ চিলিমত হোপা মাৰিবলৈও পাহৰি যায়। গান ভগবানৰো প্ৰিয়বস্তু। ঢুটকীয়া নাৰদেও গান গাইহে ঘূৰি ফুৰে। গন্ধৰ্ব্ব-কিন্নৰসকল ভগৱানৰ গায়ক। গান আমাৰ প্ৰিয়বন্ধু, বাটৰ লগৰীয়া। অকলে ক'ৰবালৈ গলে আপুনি লগ বিচৰাতো স্বাভাৱিক। অকলে বেয়া লাগিলে ইটো সিটোকৈ কেইবাটাও গানৰ প্ৰথম লাইন কেইটা গাই যাওঁক। আপোনাৰ আসঙ্গ ভাবটো সমূলি নাইকিয়া হব।

দুখ বেদনা পাতলোৱাত গানে মকৰধ্বজৰ দৰে গুণ দিয়ে। প্ৰেমিক বা প্ৰেমিকাই 'বিট্ৰে' কৰিলে, বাছনি বা বছেৰেকীয়া পৰীক্ষাত ফেল কৰিলে, হোটেলত বাকী দিয়া বন্ধ কৰিলে, ধাৰ কৰি অনা টকা সাধি কোনোবাই টান কথা শুনালে, ৰাতি মনে মনে চিনেমা চাই আহি ধৰা পৰি মাক-দেউতাকৰ গালি খালেও এবিধ গান গোৱা হয়। শুনিছোঁ,—এইবিধ গানৰ সুৰ হেনো বৰ করুণ। প্ৰেমত ব্যৰ্থতা বা হতাশাই আমাৰ শুকান বুকুত গানৰ শান্তিয়নী চটিয়াই দিয়ে। ইংৰাজী কবিতা এফাকি আছে:

Singing is sweet, but be sure of this,
Lips only sing when they cannot kiss.

শ্বেলীৰ কণ্ঠতো এই করুণতাৰ সুৰ বাজিছে। জীৱনৰ করুণতাব্যঞ্জক সুৰেই আমাৰ জীৱনৰ মধুৰ সঙ্গীত।

'ফাৰ্ছ গানৰ' বিষয়েও এষাৰ্ কোৱা ভাল্, যাত্ৰাপাৰ্টি দৰ্শক সকলৰ বাবে 'ফাৰ্ছ গান' অপৰিচিত নহয়। এই গানৰ সুৰ চঞ্চল। 'কালিযে ঘৰত গধূলি পৰত,' 'আহো বুলি নাহিলা মিছা কথা কলা'—ঠিক এই সুৰীয়া। ফাৰ্ছ গান শেষ হোৱাৰ লগে লগেই সমবেত ভাবে দৰ্শকে কৰা 'এঙ্কোৰ' ধ্বনিয়ে এই গানৰ প্ৰতি থকা গভীৰ অনুৰাগৰ পৰিচয় দিয়ে। ফাৰ্ছ গানৰে লগতেই 'শ্লগানৰ' বিষয়েও এষাৰ কৈ থওঁ। 'শ্লগান' পিছে কামত 'শ্ল' নহয়। ই মেচিনগান জাতীয় বস্তু। অন্তৰৰ পুঞ্জীভূত বিৰাগৰ বাৰুদত জুই শলাৰ জ্বলন্ত কাঠী।

গান ভাল নোপোৱা মানুহ মহাকবি ছেক্সপীয়েৰৰ লেখনীৰ চেকনি কোবৰ পৰা হাত সাৰিব পৰা নাই। তেনে মানুহক তেওঁ—fit for treason, stratagems and spoils বুলি কৈছে; আৰু বিশ্বাস কৰিবলৈ হাক দিছে। ফুল আৰু গান ভাল নোপোৱা মানুহ নিৰ্দ্দয় বুলি কথা এষাৰো আছে। এই কাৰণেই বহুতে শুনিবলৈ বেয়া গানো বেয়া বুলি কবলৈ সংকোচ কৰে। নিৰ্দ্দয় বা নিষ্ঠুৰ বিশেষণ এটা লবলৈ ভাল নোপোৱাটো স্বাভাৱিক। এনেস্থলত গান বেয়া পাওঁ বুলি খাটাংকৈ কবলৈ সংকোচ লাগে; কিন্তু সঁচা কথা কবলৈ হলে মই গান একেবাৰেই ভাল নাপাওঁ।

সকতে ভুপৰীয়া গান গাই ককাইদেউৰ টোপনি ভঙাত, কাণমলা খোৱাই মোৰ এই গান বিদ্বেষৰ কাৰণ নহয়। বেসুৰীয়াকৈ হিন্দীগান শুনাই 'ছোৱালী কেইজনীমানৰ 'বাজে', 'ফটুৰা' আখ্যা পোৱাও মোৰ গান বেয়া পোৱাৰ কাৰণ নহয়। ক্লাছত বহি গান গাই থাকোঁতে শিক্ষকৰ বেত খোৱাও ইয়াৰ কাৰণ নহয়। সুগায়িকা লাভাৰে 'বিট্রে' কৰিলে বাবেই মই গান বেয়া নাপাওঁ। কিন্তু হঠাৎ এদিন মই গান-বিদ্বেষী হৈ পৰিবলৈ বাধ্য হলোঁ।

তেতিয়া মই প্ৰথম বাৰ্ষিকত। ভিনিহিদেউৰ ঘৰত থাকি পঢ়োঁ। শুনিলোঁ আমাৰ ঘৰৰ মালিকো আমাৰ ঘৰৰ ওচৰতে থাকে। ছোৱালী এজনী আছে। বঢ়িয়া গান গায়। প্ৰথম বাৰ্ষিকৰ কলেজীয়া ছাত্ৰ এজনৰ বাবে এনে বাতৰি ৰোমাঞ্চৰ বানপানী। এবাৰ ভাবিলোঁ তাইৰ ওচৰলৈ গান শুনিবলৈ যাম। ওচৰত বহিম। কেতিয়াবা গান নাগালে 'নুশুনো যোৱা তোমাৰ গান' বুলি অভিমান কৰিম। কিন্তু দিঠকত মোৰ আশাৰ ৰংঘৰ ধূলিস্যাৎ হৈ গ'ল।

সাত বজাৰ আগতে শয্যা ত্যাগ কৰাটো মোৰ স্বভাৱ-বিৰুদ্ধ কথা। পিছদিনা খুব পুৱাতেই সাৰ পালোঁ। টোপনি ভঙাৰ কাৰণ অলপ পাছতেই গম পালোঁ। জিলিৰ চিঞৰৰ দৰে এক টেংটেঙীয়া চিঞৰ কাণত পৰিল। জানিব পাৰিলোঁ ই মোৰ কল্পনাৰ গায়িকাৰ উৎকট কণ্ঠৰ মধুৰ তান।

দুই এদিন সহ্য কৰিছিলোঁ। যদিও দৈনিক নিদ্ৰাভঙ্গ মোৰ কাৰণে মাৰাত্মক হ'ল। গধূলি আকৌ কিবা বাঘেশ্বৰীৰ আলাপ। অজ্ঞাত তা-নী-না-না ধ্বনিয়ে মোৰ জীৱন অতিষ্ঠ কৰি তুলিলে। গানৰ অত্যাচাৰত একদম পঢ়িব নোৱাৰা হলোঁ। পৰৰ ছোৱালী, একো কবও নোৱাৰোঁ। মহা নিৰুপায়! কোৱা বাহুল্য ছাত্ৰ হিচাপে বেয়া নাছিলোঁ যদিও প্ৰথম বাৰ্ষিকতেই মই একমাত্ৰ গানৰ উপদ্ৰৱতেই ফেল কৰিলোঁ! পঢ়া আৰু নহ'ল। আজি মোৰ এই বেকাৰ জীৱনৰ গুৰিতেই যে গানৰ অভিসম্পাত তাক মই মৰ্ম্মে মৰ্ম্মে অনুভব কৰিছোঁ। কবি সাহিত্যিকে যি গানক সংসাৰ মৰুভূমিৰ সৰোবৰ আখ্যা দিয়ে সেই গান মোৰ বাবে গৰল—মোৰ ব্যৰ্থ জীৱনৰ কাৰণ। গান মোৰ জীৱনৰ ক্ষয়ঙ্কৰী ধূমকেতু। বিশ্বাস কৰক, গান মই আজি-কালি একদম বেয়া পাওঁ।

# পেটত ঘূৰিছে ভূমণ্ডল

পেটৰ বিষয়ে ৰচনা এখন লিখিম বুলি পেটে পেটে পাঙিছোঁ৷ যদিও বিষয়-বস্তুৰ প্ৰসাৰ দেখি পেটতে হাত-ভৰি লুকাইছে। পেটৰ বিষয়ে বকলা মেলিব খোজোঁতেই পুৰণি সাধু এটা মনত পৰিছে। এবাৰ চকু-কাণ, নাক-মুখ আদি অঙ্গ-প্ৰত্যঙ্গ আৰু পেটৰ ভিতৰত এখন দুৰ্ঘোৰ খৰিয়াল লাগিল। অঙ্গ-প্ৰত্যঙ্গবিলাকে মনে মনে ভাবিলে—আমি সকলোৱে কষ্ট কৰি আৰ্জোঁ, কিন্তু পেটে কাম-বন একো নকৰাকৈ আমাৰ ওপৰত টেক্কা মাৰি বহি বহি খায়। পেটেও কথাটো অলপ 'ছিৰিয়াছ্লি' ললে। তাৰ পিছত জেদাজেদি চলিল। এদিন হাতে, এদিন মুখে, এনেকৈ বিধে বিধে অঙ্গ-প্ৰত্যঙ্গ বিলাকে ধৰ্ম্মঘট কৰিলে। কিন্তু পেটৰ হলে নোম এডালো লৰাব নোৱাৰিলে। শেষদিনা পেটৰ পাল। পেটে 'ষ্ট্ৰাইক' আৰম্ভ কৰাৰ লগে লগেই সকলো অঙ্গ-প্ৰত্যঙ্গৰেই মহা ত্ৰাস লাগি পৰিল। কথা বিষম যেন পাই পেটক কাকুতি মিনতি কৰাত 'ষ্ট্ৰাইক' বন্ধ কৰিলে। তেহে ৰক্ষা। পেটৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদক এই সাধুটো ফটুৱাই ফটাৰ কেটলগ্

বুলি উকৰাই দিব নোৱাৰি। কোনো কোনোৱে আকৌ পেটৰ সাৰ্ব্বভৌমত্ব প্ৰতিপন্ন কৰিবলৈ যুক্তি দিয়ে যে স্বয়ং সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰো জন্ম 'নাভি কমল' ওৰফে পেটত।

জগতৰ আদিমূল পেট। হৰিৰ পূজাৰ আগ ভাগ পেট পূজা। সেয়ে জ্ঞানী লোকে কয়—"আগেয়ে চাউল কঠা, পিছে হৰিৰ কথা।" এই 'চাউল কঠা' পেটৰ বাবে। পেটৰ প্ৰধান কাৰ্য্য ভোজন। "পেট সূৰ্য্য ভৈলন্ত উদিত। ভোজন কৰ্ম্ম কৰিলা বিদিত।" ধৰ্ম্মকৰ্ম্ম সকলোৰে মূল পেট। সেই বাবেই পেটৰ জয়গুণেৰে শতমুখ হৈ কৃপাবৰে মুক্তকণ্ঠে পেটৰ বিজয় ঘোষণা কৰি 'চোলোখ' মাতিছে ঃ

পেটঃ ধৰ্ম্মং পেটঃ কৰ্ম্মং পেটহি সকলং মূলং।
যশ্য দেহে পেটো নাস্তি, হা হা পেট পেটায়তে॥

জগতৰ সকলো সমস্যালৈ লক্ষ্য কৰক, দেখিব পেটৰ সমস্যাই ঘাই। পেট মৰাৰ পৰা পেটমোছা ল'ৰাটিলৈ সকলোৱে পোনতে পেটত পেলাবলৈ টোপকণ এটি বিচাৰে। বিদ্ৰোহ-বিপ্লৱৰ মূল পেট। পেটেভাতে চলিবলৈ পালে সকলো ঠাণ্ডা। সেইবাবে পেট ওলমা মানুহক আমাৰ সুখী যেন লাগে। পেটুৱা মহাদেউ তাৰ সাক্ষী। সিদ্ধিদাতা গণেশ নিজেই পেটুলা। পেট পূজাত ব্যাঘাত হলেই দুৰ্ব্বাসা ঋষিৰ টিঙিচ্ কৈ খং উঠিছিল বুলি পুৰণি পুথিত উল্লেখ আছে। পেটকুলি দুৰ্য্যোধনে এই সুযোগটি লৈয়েই পাণ্ডৱক পেটে-

ভাতে মাৰিব খুজিছিল। পিছে দুৰ্গতিনাশন পেটমোছা কৃষ্ণই যেনিবা চৰুৰ অৱশিষ্ট ভাত এটা পেটত পেলাই কৌশলেৰে পাণ্ডৱক ৰক্ষা কৰিলে !

ৰজাৰ পৰা খৰি-ভাৰীলৈ, প্ৰধান মন্ত্ৰীৰ পৰা চাপ্ৰাছীলৈ সকলোৰে পেটৰ কথাহে মুখ্য। পেটৰ চিন্তা থাকিলে মন্ত্ৰীৰ মন্ত্ৰণাত ঘুণে ধৰে, ৰজাৰ ৰাজ্য প্ৰশাসনত খুঁট ওলায়। উকীলৰ মুখত আখৈ নুফুটি হুমুনিয়াহ ফুটি উঠে। শিক্ষকে বিদ্যাৰ টোপোলা মেলাৰ আগেয়ে মানস চকুত, দোকানীৰ বাকীৰ বিলখন মেলি লয়। শিল্পীৰ নৈপুণ্য বিষাদৰ ক'লা ৰেখাৰে মোলান পৰে। লাহতীহঁতৰ লাহবিলাহ দুঃচিন্তাত লেৰেলি যায়। গতিকে কাব্যিক সুৰত—"পেটত ঘূৰিছে ভূমণ্ডল" বুলি কবৰ মন যায়। কাৰণ হাকিমে হুকুম দিয়ে পেটৰ কাৰণে, কেৰাণীয়ে কলম ঘঁহে পেটৰ কাৰণে, ভিখাৰীয়ে ভিক্ষা কৰে পেটৰ কাৰণে, চকীদাৰে বোন্দাপৰ দি চকু অমৰাগুটীয়া কৰে পেটৰ কাৰণে। সময়ত চাৰিটা পেটত পেলাব নোৱাৰিলে কবিৰ কবিতা-নিজৰা শুকাই কৰ্কৰীয়া হয়, ভক্তৰ ভক্তি সোতঁত ভেটা পৰে। পেট কেনেবাকৈ বিতুষ্ট হলে সকলো পয়মাল লাগি যায়।

সামাজিক সমস্যাবৃত্তৰ ঐক্যকেন্দ্ৰ যে পেট এই বিষয়ে আমি নিঃসন্দেহ। ৰোগ হিচাপে পেট ৰোগেই শ্ৰেষ্ঠ বুলি অন্ততঃ পেটৰুগীয়াসকলে স্বীকাৰ কৰিব। পেট চলোঁতাৰ দুৰৱস্থা সকলোৱে দেখিছে। পেটৰ বিষ বা কামোৰ হোৱা

মানুহজনৰ 'স্নেপশ্বট' এটি ললে তেৱেঁই যে জগতত একমাত্র অসুখী জীৱ এই কথা প্ৰাঞ্জল হৈ উঠে। কেইখনমান বাতৰি কাকতৰ ৰিপ'ৰ্ট পঢ়ি মোৰ ধাৰণা এটি হৈছে যে আত্মহত্যা কৰোঁতাসকলৰ ভিতৰত পেট-ৰুগীয়ালোকৰ 'পাৰ্চেণ্টেজ' উলাই কৰিব লগীয়া বিধৰ নহয়। প্ৰেম বা বিৰহৰ পোৰণিতকৈ পেটৰ পোৰণি বেছি 'পাৱাৰফুল্' বুলি জনা গৈছে।

এইখিনিতে পেটৰ আৰু এটি 'কোৱালিফিকেশ্যন'ৰ কথা উল্লেখ কৰা বাঞ্ছনীয়। ধৰক, আপুনি এজন স্কুলীয়া ছাত্ৰ, ছুটী লোৱাৰ ইচ্ছা। জ্বৰ-খৰ কিবা এটা বুলিলে আপুনি থিতাতে ধৰা পৰিব। পেটৰ বিষ বা কামোৰ বুলি কওঁক; আপোনাৰ ছুটী মঞ্জুৰ হবই। ধৰিবও নোৱাৰে। অভিজ্ঞতাৰ পৰাহে কথাষাৰ কৈছো। বিশ্বাস নকৰিলে—পৰীক্ষা প্ৰাৰ্থনীয়।

"পেটত ঘূৰিছে ভূমণ্ডল, পেটত ফুলিছে শতদল"—এনে লেখীয়া পদ্য বা "পেট নাই যাৰ পোৱা কপাল তাৰ" —এনে ধৰণৰ প্ৰবাদবাক্যৰ সৃষ্টি বৰ্ত্তমানলৈ হোৱা নাই; পৰবৰ্ত্তী যুগত পেটৰ বিষয়ে তেনে প্ৰবাদ-বাক্য ৰচিত হব বুলি নিঃসন্দেহে কব পাৰি। সামাজিক প্ৰতিবিম্ব ভাষাৰ জতুৱা ঠাঁচবোৰত পোৱা যায় বুলি ভাষাতত্ত্বৰ পণ্ডিতসকলে কয়। অসমীয়া ভাষাত 'পেট' শব্দটি লৈয়েই কমেও পঁচিশটি খণ্ডবাক্য পোৱা যায়। এই কথাই অসমীয়া সমাজত পেটৰ স্থান সম্বন্ধে এটি আভাস দিব পাৰিব।

পেটৰ পূজাত পাদ্য-অৰ্ঘ্য দিওঁতে সাৱধান হবলৈ জ্ঞানীলোকে উপদেশ দি গৈছে। "বাছি খাবা, জাগি শুবা।" পেট গ্ৰেৰেও গ্ৰেঠেও লগাকৈ ভোজন কৰিলে পেট চলাৰ ভয় পদে পদে। গতিকে পেট পেলাই খোৱা সমাজে নিষেধ কৰিছে। ইফালে ইয়াৰ তুষ্টি সাধন নহলে মানুহ লোকৰ ঘৰত পেট পেলাবলৈ বাধ্য। পেটত দেও সোমোৱা মানুহে অসৎ পন্থা লৈ পেটৰ খজুৱতি মাৰিব খুজি সমাজৰ লপা-থপা খোৱাৰ উদাহৰণ ভুৰি ভুৰি ওলাব। পেটকুলিৰ হাতত পৰিলে কাউৰী-ঠগ খোৱাৰ সম্ভাৱনা বেছি। এই স্বভাৱৰ গুৰিতেই নিজৰ পেটটোক তৃপ্ত কৰাৰ প্ৰৱল হেপাহ এটি সোমাই আছে। পেটৰ স্বাৰ্থত আঘাত পৰে বুলিয়েই আনৰ প্ৰতি পেটত ক্ষুৰ বান্ধিব লগীয়া হয়। পেটে ভাতে চলিব পাৰোঁতাজনৰ এনেবোৰ কথাৰ পেট লৈ ফুৰাৰ আৱশ্যক নকৰে।

এই কথাৰ সম্যক আলোচনাৰ পৰা আমাৰ সামাজিক জীৱনত পেটৰ যে এটা বিশিষ্ট স্থান আছে তাক সহজে বোধগম্য হয়। স্থানবাচক নাম হিচাপেও বৰপেটা, সৰু-পেটা আদিৰ নাম আমি পাওঁ। বৰপেটাৰ মানুহবোৰ পেটুলা আৰু সুখী বুলি ধাৰণা হয়। ইয়াৰ ব্যাখ্যা দিয়াটো একো টান কথা নহয়। এসময়ত বৰপেটাৰ মাছ গাখীৰৰ নাম অসমত ফুটি-ফাটি যোৱা বিধৰ আছিল।

পেটুৱা মানুহবোৰে বিয়া-সবাহত জৰৰ গাৰেও বাটিয়ে

বাটিয়ে জলপান সাং কৰে বুলি বদ্‌নাম এটি আছে। তেওঁ-লোক শক্তিশালী বুলিও বহুতৰে ধাৰণা। আমাৰ মেছত পেটুৱা ভৰালীৰ পেট হৈচুকি শক্তি পৰীক্ষা কৰা আমাৰ কৰ্ত্তব্যৰ লেখত পৰিছিল। পিছে নিজৰ পেট আৰু শক্তিৰ নেপ'লিয়নৰ লগতহে তুলনা কৰা বেচেৰা ভৰালীয়ে বিছনাত ভেজা দি কোনোৰকমেহে পেট ৰক্ষা কৰিব লগীয়া হৈছিল।

ভাৰত চৰকাৰৰ চেঞ্চাছ ৰিপ'র্টত পেটুৱালোকৰ কোনো হিচাপ নাই। তেনে হিচাপ এটা হাতত থাকিলে পেট-সম্বন্ধীয় গৱেষণাৰ সুচল হ'লহেতেন। অসমীয়াত হলে "মজাসে পেটুৱা পেট ভৰাই খা" বুলি গীত এটা আছে। ইংৰাজী বা আন ভাষাত পেট সম্বন্ধীয় কবিতা পঢ়া মনত নপৰে। কিন্তু আজিৰ সাহিত্যৰ কেন্দ্ৰভাৱ যে পৰোক্ষে পেট এই বিষয়ে সন্দেহৰ অৱকাশ নাই।

# বে'ড-ক'ভাৰ

অসমীয়া মানুহে বিচনা ঢাকিবলৈ কিবা ব্যৱহাৰ কৰিছিল নে নাই এই বিষয়ে মই একো নাজানোঁ। বে'ড-ক'ভাৰ নামটোৱেই কয়,—ই পছিমীয়া বস্তু। মোৰ বিবেচনাত 'বে'ড-ক'ভাৰ ভগৱানৰ এক অনুপম দান। সঁচা কথা কওঁ—এবাৰ বে'ড-ক'ভাৰ পৰা বিচনা এখনত শুৱলৈ গৈ মোৰ মহা বিভ্ৰাত ঘটিছিল। বিচনাৰ চাদৰখনতকৈ বে'ড-ক'ভাৰখন পৰিষ্কাৰ দেখি বে'ড-ক'ভাৰখনতেই শুই থাকিলোঁ। ৰাতিপুৱা বিচনাৰ গৰাকীক ভাগৰ লগা বাবে বে'ড-ক'ভাৰ নোতোলাকৈ শুই থাকিলোঁ বুলি কৈফিয়ৎ দিব লগীয়া হৈছিল। তেতিয়ালৈ বে'ড-ক'ভাৰ তুলি শোৱা নিয়মটিৰ কথা মই জনা নাছিলোঁ। এটা কথা মোৰ বৰ বিসঙ্গতি যেন লাগে, গাৰুৰ ঢাকোন যদি মূৰত লৈ শুব পাৰি বিচনাৰ ঢাকোনত গা থৈ শুব নোৱাৰি কিয়? এই যুক্তি-জ্ঞানেই মোৰ 'গোমৰ ফাক্' কৰিব ধৰিছিল।

বে'ড-ক'ভাৰ বিচনাৰ ৰক্ষা-কৱচ। ধূলি-মাকতিৰ পৰা ৰক্ষা কৰি ই বিচনাৰ সৌন্দৰ্য্য বৰ্দ্ধন কৰে। আপোনাৰ গাৰু

লেতেৰা, বিচনা-চাদৰ খিড়িকী কটা আৰু লেপখনৰো 'পেঞ্চন' পাবলগীয়া অৱস্থা হৈছে যেনিবা। কি উপায় কৰিব? বে'ড-ক'ভাৰ এখন পাৰি দিয়ক, আপুনি এখন সৰ্ব্বাঙ্গসুন্দৰ বিচনাৰ মালিক হৈ পৰিব। কণ কণ ল'ৰা-ছোৱালী থকা ঘৰত বিপদ বেছি। কেতিয়া যে অকণিহঁতে চৰণৰ ছাপ দি যায় টলকিবই নোৱাৰি। নানান কাম-বনৰ মাজত সদায় কাপোৰ ধুই বগলী পাখি যেন কৰি থোৱাটোও সম্ভৱপৰ নহয়। ইফালে মান বজাই ৰাখিবলৈ পৰিষ্কাৰ পৰিচ্ছন্ন নহ'লেও নচলে। এনে সঙ্কটৰ মধ্যস্থতা কৰিবলৈ বে'ড-ক'ভাৰ আগবাঢ়ি আহিব। বটলৰ পিচত বটল মদ সাং কৰোঁতাজনে মদ নিবাৰণী সভাত সভাপতিত্ব কৰাৰ দৰে নিকা বে'ড-ক'ভাৰখন পাৰি আপুনিযে লেতেৰা বিচনাত শুব নোৱাৰে—এই বিষয়ে বক্তৃতা দি ফুৰিব পাৰে। দুই নাৱত দুই ভৰি হৈ থকা মধ্যবিত্ত পৰিয়ালৰ প্ৰতি বে'ড-ক'ভাৰ বিধতাৰ আশীৰ্ব্বাদ। চেয়াৰ টেবুলৰ অসুবিধা থাকিলে তিৰোতা বা ল'ৰা-ছোৱালীক সাধাৰণতে বিচনাতেই বহিবলৈ কোৱা হয়। বহুতে লেতেৰা বিচনাত বহিব লগীয়া হ'লে নাক কোঁচাব পাৰে। বে'ড-ক'ভাৰখন থাকিলে কোনো চিন্তা নাই। বে'ড-ক'ভাৰ দাঙি কোনোৱে বিচনাত পোনাকণহঁতৰ অপকৰ্ম্মৰ স্মৃতি-চিহ্ন না ফটা কঁথা চাবলৈ নাযায়।

অকল এই কাৰণতেই মই বে'ড-ক'ভাৰৰ প্ৰতি আকৃষ্ট হোৱা নাই। ঠাণ্ডাৰ দিনত উম থকা কাপোৰ এখন

উৰিবলৈ. পালে ভাল লাগে। এড়ি চাদৰ লোৱাৰ সামৰ্থ্য সকলোৱে নাথাকে। ৰাতিপুৱা বিচনাৰ পৰা উঠিয়েই বে'ড-ক'ভাৰখন আপুনি উৰিব পাৰে। বেচ উম লাগে। বে'ড-ক'ভাৰৰ এই অৱদানটিৰ কথা মোৰ 'কমমে'টে' সদায় উল্লেখ কৰিছিল। ব্যৱহাৰ কৰি চালোঁ—গেৰান্টিযুক্ত ফল! আমাৰ অসমীয়া ৰান্ধনীয়ে ৰঙীন কাপোৰ পিন্ধি ৰান্ধনি-শালত সোমোৱাৰ নিয়ম আছে। ইয়াৰ আন কিবা বিজ্ঞান-সন্মত কাৰণ আছে নে নাই নাজানোঁ কিন্তু সহজে লেতেৰা নোহোৱা গুণটি ফটফটীয়াকৈ ওলাই আছে। আইদেউহঁতে ৰান্ধনি-শালত সোমাওতে পুৰণি বে'ড-ক'ভাৰ মেখেলা হিচাপে ব্যৱহাৰ কৰিব পাৰে। এনে কৰিলে মিতিৰো ৰয়, চাউলো সিজে। বে'ড-কভাৰ ক'ৰবাত অকণমান ফাটিলে ই চাদৰৰূপে আপোনাক পৰিচৰ্য্যা কৰিব।

জোতা এযোৰ ফাটিলে পেলাই দিয়াৰ বাহিৰে গত্যন্তৰ নাই। কিন্তু বে'ড-ক'ভাৰখন ফাটিলে পেলাই দিব নালাগে। ধাৰ্ম্মিক পুৰুষে মৰণৰ সময়লৈকে হৰিনাম উচ্চাৰণ কৰাৰ দৰে বে'ড-ক'ভাৰেও আপোনাক জীৰ্ণ-শীৰ্ণ অৱস্থা পোৱালৈকে সেৱা কৰিব। ইয়াৰ সেৱা-ধৰ্ম্ম বহুৰূপী আৰু বহুমুখী। মম পুৰিলে গলে, কিন্তু সোণ পুৰিলে জ্বলে। পুৰণি হয় মানে ইয়াৰো কৰ্ম্ম-শক্তি বাঢ়ি যায়। এখন বে'ড-ক'ভাৰৰ পৰা আপুনি অতিকমেও দুখন 'টেবুলক্লথ' পাব। মূৰকেইটা মোখনি দি চিলাই কৰি ললেই ই টেবুলৰো সৌন্দৰ্য্য বঢ়াব।

'টেবুলক্লথ' যেনিবা পুৰণিখন ফটা নাই, আপুনি আন কিবা কামতহে ইয়াক লগাব খোজে,—সহজে লগাব পাৰে। খিড়িকী বা দৰজাৰ পৰ্দ্দা হিচাপে ই সহজে ব্যৱহাৰ্য্য। কাষৰ পাৰি কেইটিৰে খিড়িকী শুৱাই পৰিব। এই ছেগতে এষাৰ কথা কৈ থবৰ মন গৈছে। আজিৰ যুগ ঢাকনিৰ যুগ। গাৰুত ঢাকনি, টেবুলত ঢাকনি, আইনাত ঢাকনি, আন কি চকুতো পাতল ঢাকনিৰ ব্যৱস্থা! কেতিয়াবা ভাবো আজিৰ সমাজে কেৱল ঢাকিবলৈহে ভাল পোৱা হৈছে।

বহুতে আকৌ বে'ড-ক'ভাৰ লুঙি হিচাপে ব্যৱহাৰ কৰে। তেওঁলোকৰ মতে পুৰণি বে'ড-ক'ভাৰে হেনো ভাল 'ছাৰ্ভিচ' দিয়ে। আন লুঙিতকৈ ইয়াৰ পাগো বেছি, খৰচো কম পৰে। বে'ড-ক'ভাৰৰ মেখেলাও বৰ বঢ়িয়া হয়। লেতেৰা হলেও হোৱা যেন নালাগে। কোনোৱে ভাবিব পাৰে বেছিকৈ ফাটিলে বে'ড-ক'ভাৰ মূল্যহীন হৈ পৰে। এই কথা সঁচা নহয়। বেছিকৈ ফাটিলে ইয়াৰে আপুনি সৰু সৰু ৰুমাল তৈয়াৰ কৰি লব পাৰে। সেই বুলি নাভাবিব যে—মই কিবা সন্মানহানিকৰ পন্থা আঙুলিয়াই দিছোঁ। ৰুমাল হাতৰ টিপৰ বস্তু। টিপতে উলিয়াই টিপতে আকৌ সুমুৱাই থলেই লেঠা ছিগিল। দেখা পালেও কোনো ভদ্ৰলোকে আপোনাৰ ৰুমাল পৰীক্ষা কৰিবলৈ নাযায়। ৰুমাল নথকা ভদ্ৰলোকৰ সংখ্যাও কম নহয়। ফটালুঙি বা ফটাধুতিৰ ৰুমাল কিমান ভদ্ৰলোকে লৈছে এই বিষয়েও বকলা

নেমেলোঁ। বে'ড-ক'ভাৰৰ ৰুমাল আপুনি নিঃসন্দেহে ব্যৱহাৰ কৰিব পাৰে। সেই বুলি ডাঠ বে'ড-ক'ভাৰৰ ৰুমাল ব্যৱহাৰ নকৰিব আকৌ!

আৰু এটা কথা জানেনে? বে'ড-ক'ভাৰৰ গামোচাও ভাল হয়। তুই এজনে হয়তো মই লেতেৰা স্বভাৱৰ কাৰণেই এনে কথা উলিয়াইছোঁ বুলি কৰ পাৰে। পিছে, খৰচৰ ফালেও চাব লাগিব। কম খৰচত চলিব পৰাটোৱেই আজি-কালিৰ কৰ্ত্তব্য। যুগ-ধৰ্ম্মৰ আচৰণত বাধা নাই। গামোচা পাৰি যদি বহিব পাৰি তেনেহলে পাৰি বহা কাপোৰখন গামোচা হিচাপে ব্যৱহাৰ কৰাত আপত্তি কিহৰ? ইচ্ছা কৰিলে আপুনি ইয়াৰে গেঞ্জী বা 'আণ্ডাৰওৱেৰ' তৈয়াৰ কৰি লব পাৰে। অলপ পুৰণি হলেই গেঞ্জী কৰি পিন্ধি বৰ আৰাম লাগে। অৱশ্যে চাৰ্টৰ বুটাম খুলি ফুৰা অভ্যাস থাকিলে অলপ অসুবিধা হয়। কাৰণ ঘপ্‌কৈ গেঞ্জীটিহে চকুত পৰিব। ৰঙীন গেঞ্জী পিন্ধি বহুতে আজি-কালি 'ষ্টাইল' কৰে। গতিকে গাখীৰতে ম'হৰ খুটি।

আজি-কালিৰ মেল-মিটিঙতো বে'ড-ক'ভাৰ অপৰিহাৰ্য্য হৈ পৰিছে। সভাপতিৰ টেবুলত বে'ড-ক'ভাৰ, সন্মানিত অতিথি বহা আসনত বে'ড-ক'ভাৰ; আনকি সভাপতিৰ পিছফালে 'চন্দ্ৰতাপ' হিচাপে দিয়া কাপোৰখনো বে'ড-ক'ভাৰ! ই থিয়েটাৰ পাৰ্টিৰ কণাৰ লাখুটি। 'উইংচ' নহলে বে'ড-ক'ভাৰেৰে কাম চলাব পাৰি। 'স্কাই' হিচাপেও

ইয়াৰ প্ৰয়োজনীয়তা আছে। আৱশ্যক হলে কেইখনমান বে'ড-ক'ভাৰ জোৰাই বঢ়ীয়া 'স্ক্ৰীন' তৈয়াৰ কৰিব পাৰি। থিয়েটাৰত ৰজাৰ সিংহাসন বে'ড-ক'ভাৰেৰে সজোৱা দেখিছোঁ, বৰ শুৱনি দেখি। নাটকত পৰ্ব্বতীয়া ভনীটিৰ চৰিত্ৰ থাকিলে ধপলা পাৰিৰ বে'ড-ক'ভাৰ পিন্ধাই দিয়ক, ধুনীয়া পাহাৰী পোছাক হব। চখৰ থিয়েটাৰ পাৰ্টি আৰু শিল্পীসকললৈ বে'ড-ক'ভাৰৰ বৰঙনি উল্লেখযোগ্য। আজি-কালিৰ বিয়া-বিহুত বে'ড-ক'ভাৰ সৌন্দৰ্য্যৰ ফুলজাৰী।

জীৰ্ণ-শীৰ্ণ অৱস্থাতো বে'ড-ক'ভাৰ এলাগী নহয়। চিলাই কৰিব নোৱাৰা অৱস্থা পালে পোনাকণৰ মাকৰ হাতত গটাই দিব; তেওঁ কি মেৰিয়াই চুৰনিত পেলাই দিলে তাৰ খবৰ নলব কিন্তু!



# বাকী কৰাৰ উপায়

দিনটোৰ ভাগৰৰ মূৰত যেতিয়া চাহ এটুপি খোৱাৰ প্ৰবল আগ্ৰহ জন্মে, অথচ এটি ফুটা কড়িও হাতত নাথাকে তেতিয়া ভাৱ হয়—দোকানত বাকী কৰাৰ কোনো সহজ উপায় নাইনে ? বহুতো লোকৰ সন্মুখত ই এটি জ্বলন্ত প্ৰশ্ন। আজিৰ যুগত নানান উপায় ওলাইছে। পৰীক্ষাত পাছ কৰিবলৈ তাবিজ ওলাইছে। ষাঠি বছৰীয়া বুঢ়াৰ পকা চুলি কেঁচা কৰিবলৈ সুগন্ধি কেশকল্যাণ তেল ওলাইছে। ভাল-পোৱা পাত্ৰীক বশ কৰিবলৈ সিদ্ধ বশীকৰণ তান্ত্ৰিক আঙঠি ওলাইছে। আনকি "মৰা মানুহ বচাবৰ উপায়" পৰ্য্যন্ত ওলাইছেগৈ, অথচ দোকানত বাকী কৰাৰ উপায় এটি আজিলৈ আবিষ্কৃত হোৱা নাইনে ? পোন্ধৰ ষোল তাৰিখৰ পিছত যেতিয়া বাজেট ঘাটি পৰিবলৈ আৰম্ভ কৰে তেতিয়া আবেলি চাহ দোকানৰ আগত পেটত হাত দি ধুনীয়াকৈ সজাই থোৱা পকা-মিঠৈবোৰলৈ লোলুপ-দৃষ্টিৰে চাই বহুতে ভাবে—"বাকীকৈ খাব পৰা হলে!" ভাত খাই উঠি ৰাগীয়াল বস্তুৰ ভক্তসকলে বাটলৈ ওলাই পানদোকানলৈ চাই ভাবে,—

"এটা চুৰট অন্ততঃ বাকীকৈ দিয়া হলে !" দৰমহাৰ চাকৰিয়াল সকলে মাহৰ আধাডোখৰৰ পৰাই দোকানত বাকীকৈ মাহৰ বাকী আধা চলিবলৈ উপায় চিন্তা কৰিব লগীয়াত পৰে।

মিৰিটি মৰিলে কান্দে মিৰিয়নী
মিৰিৰে চাওঁলৈ চাই !
মাহৰে শেষতে ভাৱে দুৰ্ভগীয়াই
বাকীনো পামনে নাই ॥

খোজ কাঢ়িবলৈ আমনি লাগিলে মোৰ এটি ভাব বৰকৈ মনলৈ আহে,—"বাকীকৈ ৰিক্সা বা চিটি বাছত যাব নোৱাৰিনে ?" কোনো কোনো সংসাৰৰ মেৰপাকত পৰা দুৰ্ভগীয়াই আঁকৰী ঘৈণীয়েকৰ চৌদ্ধ পুৰুষৰ ৰামায়ণ-পাঠ শুনাৰ ভয়ত ভাবিব লগীয়া হয়,—"বাঘেখোঁতীক এটেমা ভাল পাউদাৰ বাকীকৈ নি দিব পৰা হলেও কিজানি ৰক্ষা পৰিলোহেঁতেন !" মাহৰ শেষত ভাল চিনেমা এখন আঁহিলে চিনেমা হলৰ মালিকৰ মূৰ্খামি দেখি ভাবো—"বাকীকৈ দিলে আজি কিমান মানুহে চালেহেঁতেন !"

প্ৰত্যেক ক্ৰিয়াৰে হেনো প্ৰতিক্ৰিয়া আছে। এশ্ৰেণীৰ লোকে যেনেকৈ দোকানত বাকী কৰাৰ উপায় চিন্তি ফুৰে, ঠিক তেনেকৈয়ে দোকানীসকলেও বাকী বিক্ৰী বন্ধ কৰিবলৈ আপ্ৰাণ চেষ্টা কৰে। যি কোনো এখন দোকানত সোমালেই এই প্ৰচেষ্টাৰ পাণ্ডুলিপি আপোনাৰ চকুত পৰিব। পান-দোকানৰ পৰা পহিলা নম্বৰৰ মনোহাৰী মালৰ গোলালৈ

সকলোতে বাকী বন্ধ কৰি এশ্ৰেণী লোকৰ মূৰত ৰামটাঙোন· মাৰিবলৈ কৰা এক বিৰাট ষড়যন্ত্ৰৰ সূত্ৰ আপোনাৰ সন্ধানী চকুত নিশ্চয়. পৰিছে। (সেই বুলি আপুনি বাকী বিচাৰি ফুৰে বুলি মই নকওঁ। ) কোনোখন দোকানত দেখিব, "ধাৰ চাহিয়া লজ্জা দিবেন না।"—এই বাণী ফাকি ধুনীয়া ফলকটা কাপোৰত বন্ধাই গ্ৰাহকৰ চকুত পৰাকৈ থৈ দিছে। কোনোবা সৌন্দৰ্য্য-পিপাসু গ্ৰাহকে সৌন্দৰ্য্যৰ আকৰ বিচাৰি ফুৰোঁতে ফুলাম-কাৰুকাৰ্য্যৰ আঁৰবেৰত থকা উক্ত বাণী পঢ়িব লগীয়া হলে তেওঁৰ সৌন্দৰ্য্যস্পৃহা ফুৰ-ফুৰকৈ নাইকিয়া হৈ পৰিব। বাকী খুজিলে এওঁলোকে বেয়া নাপায়: মাথো লাজত কাণ-মূৰ ৰঙা পৰে। এৰা, এওঁলোক বৰ লাজকুৰীয়া! কিছুমান দোকানী বৰ চালাক। বাক-চাতুৰী খেলিব পাৰে। এওঁলোকৰ আকৌ বাকী দিয়াতো আপত্তি নাই। কিন্তু 'আজি নগদ',—কাইলৈহে বাকী। এই 'কালি' কিন্তু কেতিয়াও 'আজি' নহয়। কবিৰ ভাষাত,—"কাইলৈ হেবা চিৰজীৱনৰ কাইলৈ।" কোনো কোনো দোকানী বৰ ভল-ভলীয়া স্বভাৱৰ। ফুক্‌ফাক্ নকৰি তেওঁলোকে আচল কথাটিকেই লিখি থয়—"বাকী দিলে দোকান নচলে।" কোনেনো তেনেকৈ কলে বাকী কৰি তেওঁলোকৰ দোকান অচল কৰিবলৈ ভাল পাব? ইংৰাজীত লিখাবোৰ বৰ নিৰস —No Credit—ধমক দিয়া যেন লাগে। কেবাখনো দোকানৰ বাকী সম্বন্ধীয় টোকা গবেষণা কৰাৰ পিছত মোৰ

মনত এটি নতুন তথ্যই ভুমুকি মাৰিছেহি। লক্ষ্য কৰিব প্ৰায়বোৰ বাণীয়েই বঙালীত লিখা। সেই দেখি ভাব হয় বাকী-প্ৰথা বঙ্গদেশতেই পোনতে প্ৰৱৰ্ত্তিত হৈছিল নেকি! "বাকীত ফাকি" বুলি এতিয়া প্ৰবচন একাকিও চলতি হৈছে। ইয়াৰ পৰা অনুমান কৰিব পাৰি—পঞ্চবাৰ্ষিক পৰিকল্পনাৰ দৰে দোকানীগোষ্ঠীয়েও ধাকী নিদিবলৈ এক পৰিকল্পিত অভিসন্ধি চলাইছে।

বাকীৰ এটা গুণ আছে। বাকী কৰি অনা বস্তুবোৰ এনেয়ে পোৱা যেন লাগে। মাহৰ শেষত বাকীৰ বিল পালেহে ভাব হয়,—'ইঃ ইমান টকাৰ বস্তু আনিলোনে? দোকানীয়ে ফাকি দিয়া নাইতো?' বাকী কৰিবলৈ যাওঁতে মুখত স্বৰ্গীয় হাঁহিৰ ৰেখা বিৰিঙি উঠে। কিন্তু বাকী সাধিবলৈ আহিলেহে দোকানীক চকুৰ কোণেৰেও চাবৰ ইচ্ছা নোহোৱা হয়। অসময়ত সাধিলে, "কি খেচ্‌খেচাই থাকাহে" বুলি কেটেৰা জেঙেৰা মাৰি আৰু অথলত সাধিলে, "নিদিও যোৱা তোমাৰ বাকী" বুলি দোকানীৰ কৱলৰ পৰা ৰক্ষা পৰাৰ বাহিৰে আন উপায় নাইকিয়া হয়।

এতিয়া আচল কথালৈ আহোঁ। দোকানত বাকী কৰা যায় কেনেকৈ? স্থান, কাল, পাত্ৰ ভেদে ব্যৱহাৰ কৰিব পৰা উপায় এটি অভিজ্ঞতাৰ পৰা বাকী-প্ৰেমী বাইজৰ আগত দাঙি ধৰিব খুজিছোঁ।

বাঘে গৰু ধৰাৰ হেনো এটা কায়দা আছে। প্ৰথমে

গৰুৰ নেজত টানি ধৰি পিছত হেনো এৰি দিয়ে। ভাৰসাম্য ঠিক ৰাখিব নোৱাৰি শক্তিশালী গৰুও লাং খাই পৰে। বৰশীত মাছ ধৰোঁতে এয়ে ক্লিপ্টিপ্। প্ৰথমে টোপ খাবলৈ এৰি দি পিছত চিপ্ মাৰি মাছ তুলি আনিব লাগে। এই সূত্ৰ বাকীৰ ক্ষেত্ৰতো খাটে। আগতীয়াকৈ কৈ থোৱা ভাল যে বাকী সাহিত্যৰ দৰে সাধনাৰ বস্তু। বাকী পকা কল নহয় যে দোপ মাৰি গিলি থলেই লেঠা মৰিব! এপদ দুপদ বস্তু লৈ আপুনি দোকানীৰ বিশ্বাসভাজন হবলৈ চেষ্টা কৰিব লাগিব। কেতিয়াবা দোকানীৰ হাতত খুচুৰা পইছা নাথাকিলে—"থাকক দিয়া, পিছত লৈ যাম, টকাৰ কাৰণে চিন্তা কিহৰ"—এনে ধৰণৰ কথাকৈ টকা দিয়া বিষয়ত যে আপুনি ব'মভোলা ফেছনৰ এইকথা বুজাই দিবলৈ চেষ্টা কৰিব। এবাৰ বিশ্বাস জন্মাই লব পাৰিলে বাকী কৰাৰ কাৰণে আপুনি এক প্ৰকাৰ নিশ্চিন্ত হব পাৰে। বিশ্বাসে বিশ্বাস আনে। আপুনি বিশ্বাস কৰি দোকানত টকা জমা থলে দোকানীয়েও আপোনাক বিশ্বাস কৰিবলৈ বাধ্য। কিন্তু এইখিনিয়েই যথেষ্ট নহয়। এদিন আপুনি কিবা এপদ বস্তুলৈ অলপ বাকী কৰি চাব। সেই বাকী তাৰ পিছ দিনাখনেই শোধাই দিব। দুদিনমান পিছত অলপ বেছি দামৰ বস্তু এটি আনি কেইদিনমানৰ পিছত দাম দিয়ক। এনে ধৰণে বস্তু আনি দামবোৰ অলপ পলমকৈ দিবলৈ আৰম্ভ কৰক। বাকী পৰিশোধ কৰিবৰ সময়ত বাকী কৰিবলৈ

আপুনি যে বেয়া পায় তাকেই প্ৰতিপন্ন কৰি হাঁহি-মুখে সোৱাদ লগাকৈ সৰুস্বৰা বক্তৃতা একোটি দিব পাৰিলে ভাল। তাৰ পিছত ক্ৰমান্বয়ে বাকীৰ সংখ্যা বঢ়াই যাওঁক। হাতীৰে হাতী ধৰাৰ দৰে পুৰণি বাকী আদায় কৰিবলৈ দোকানীয়ে আপোনাক বাকী দিব লগীয়াত পৰিব। কিন্তু এটি কথা মনত ৰাখিব, বাকীৰ টকা কেতিয়াও সম্পূৰ্ণ আদায় নিদিব। সম্পূৰ্ণ আদায় দিলে আপুনি সময়ত অসুবিধাত পৰিব পাৰে। ইয়াকেই বোলে 'এডেও ডুদেও লোটা নিয়া চেও।'

কিছুমানে আকৌ চাহ খাই উঠি হোটেলৱালাক ফুটা জেপৰ পইচা ক'ৰবাত পৰিল বুলি বাকী কৰিবলৈ চেষ্টা কৰে। এনে বুধি তেনেই পুৰণি—নহয়,—আও পুৰণি। অজলাজনেও এনে বুধি আজি কালি বুজি পোৱা হৈছে।

বাকী সভ্যজগতৰ এক ভব্য আবিষ্কাৰ। বাকীয়ে বহুতো বৰলোকৰ স্থূলকিবলৈ ধৰা মুখাখন আটিলকৈ ধৰি আছে। বাকী-প্ৰথা নথকা হলে বহুতো বাবুৰ অৱস্থা লাং লাং থাং থাং হ'লহেঁতেন। চাকৰি, বেপাৰ-বাণিজ্য নাইবা কৃষি কৰ্ম্মই কৰক, বাকী কৰি আপুনি চলিব লাগিবই। আৰু সহজভাবে বাকী কৰিব নোৱাৰিলে ফাকি দি মুখখন চুৱা কৰিব লাগিব। বাকী সকলোৱেই কৰে। তাৰে মাথো প্ৰকাৰ ভেদ আছে। কোনোৱাই হয়তো Credit Memo লয়, কোনোৱাই চিলিপ দিয়ে, কোনোৱাই খাটাত লিখাই আৰু কোনোৱাই হয়তো আঙুলি মূৰত লেখি মনৰ

কোনোবা এচুকত সাঁচি থয়। কম টকা বাকী কৰোঁতাই মাহৰ শেহত কেটেৰা জেঙেৰা শুনিব লাগে আৰু বেছি টকা বাকী কৰোঁতাসকলে বাকী সাধিবলৈ অহা টেকেলা-বেঙেনাক “বাবু ঘৰত নাই” বুলি কবলৈ চাকৰকেইটাক প্ৰশিক্ষণ দিব লাগে। পাৰ্থক্য মাথো এইখিনিয়েই।

বাকীৰ কাৰণে লঘু-লাঞ্ছনাও কম নহয়। মান-সন্মান হাতৰ তলুৱাত লৈ ফুৰিব লাগে। কেতিয়াবা বাকী সাধে বুলি ভয়ত ঘাই আলি এৰি এৰাবাট লবলগীয়াত পৰে! শান্তিৰে ফুৰিব নোৱাৰি। জহৰ মহৰ দেখি ফেঁটীসাপৰ ফেঁট কোঁচ খোৱাদি দোকানী দেখিলেই বাকী সাধে বুলি লাজত কোঁচ-মোচ খাই তলমূৰ কৰিব লগীয়া হয়। মোৰ নিজা কথাকেই কওঁ—মাহৰ শেষত দৰমহা নোপোৱা পৰ্য্যন্ত চহৰৰ কেইটিমান বাটেৰে মই অহাযোৱা কৰাটোকেই বন্ধ কৰিব লগীয়াত পৰোঁ। দোকানীয়ে কাহ মাৰিলেও—“বাকী অনাদায় নিদিয়ে নেকি” বুলি সোধা যেন লাগে। বাকীৰ চিন্তা সকলোৰেই কৰিব লগীয়া হয়। এখন দোকানত এটা বুদ্ধি অচল হলে আকৌ নতুন সমস্যাৰ সৃষ্টি হয়—বাকী কৰাৰ সহজ উপায় নাইনে?

# কৰ্ণ-কীৰ্ত্তন

কাণ-সমনীয়া ল'ৰা কেইজনৰ কাণ-তালমৰা চিঞৰত চমক ভাঙিল। ইতিমধ্যে দু'জন ল'ৰাৰ মাজত কুৰুক্ষেত্ৰ এখন লাগি পৰিছে। বাকী কেইজনে ওচৰত ভেবা লাগি চাই আছে। কাণে কাণে ফুচ্ ফুচ্ ফাচ্ ফাচ্ কৈ কিবা আলোচনা কৰিছে। এজনে "হেই—কাজিয়া নকৰিবি" বুলি উপদেশ দিছে। সিহঁতৰ চিঞৰ বাখৰ ক্ৰমাৎ বাঢ়ি যোৱাত লাহেকৈ ওলাই আহিলোঁ। "কিয় কাজিয়া কৰিছ, হো" বুলি ভাবুকি দি আগবাঢ়িলোঁ। তথাপি সিহঁতৰ কাণসাৰ নাই। আনদিনা হলে মোৰ ভেকাহি শুনিলেই সিহঁতে ভিৰাই লৰ ধৰে। দুয়োখন হাতে দুজনক আঁতৰাই সিহঁতৰ কাজিয়াৰ কাৰণ সুধিলোঁ। ধীৰেনে অনুযোগ কৰি কলে,—অমলে হেনো তাৰ কাণ মলি দিলে। কথাযাৰ পৰিষ্কাৰ কৰি লবলৈ অমলক সুধিলোঁ—"হয়নে, তুমি হেনো ধীৰেনৰ কাণত ধৰিছা?" লেনিয়া সুৰেৰে অমলে জোৰা-তালি মৰা কৈফিয়ৎ এটি আগবঢ়ালে,—"জোৰকৈতো ধৰা নাই, সি মোৰ বলটো লুকুৱাই থোৱা বাবে লাহেকৈ কাণত

ধৰি বলটো ক'ত লুকুৱাই থৈছে সুধিছিলোহে।" তাৰ উত্তৰ শুনি ধীৰেনে পকা তেলত পানী পৰাদি জ্বলি উঠি কলে,— "ইঃ জোৰকৈ নধৰিলে কি হব। সি মোৰ কাণত হাত দিব কিয় ?"

সিহঁতৰ কাজিয়াখন বাঢ়ি যোৱা যেন দেখি দুয়োকো চাৰিবাৰকৈ কাণত ধৰি উঠা-বহা কৰিবলৈ দি কাজিয়াখন মিটমাট কৰি দিলোঁ। তাৰ পিছত এটা কথা বাৰে বাৰে মনত খেলাইছে—কাণত ধৰিলে মানুহে অপমান বোধ কৰে কিয় ? লাজ পোৱাৰেইবা কাৰণ কি ? মই যদি আপোনাৰ হাতত ধৰোঁ, আপুনি কেতিয়াও অপমানবোধ নকৰে। বৰং "আয়ুষ্মান ভব" বুলি এজোলোকা আশীৰ্ব্বাদ দি তৃপ্তিৰ হাঁহি এটি মাৰিব। পিঠিত, গলত, দাঁতত, পেটত—য'তেই হাত নালাগক আপত্তি কৰিবৰ একো কাৰণ নাই। কিন্তু কাণত হাতখন লাগিলেই হ'ল ঘোৰ অপৰাধ! লাজে অপমানে লগে লগে খুন্দা মাৰি ধৰিব। অঙ্গ-প্ৰত্যঙ্গৰ ভিতৰত কাণে এনে মাননীয় আসন কেনেকৈ পালে বাৰু ? বুকুত হাত দিলে কোনেও কাজিয়া কৰিবলৈ নাযায়। কিন্তু কাণত হাত দিয়াৰ কথা নকওঁৱেই, 'ধৰিম' বুলি কলেও জগৰ!

কাণৰ এনে মৰ্য্যাদাৰ পটভূমি আমাৰ জনা নাই যদিও, ভগৱান শ্ৰীকৃষ্ণৰো কৰ্ণ-ভীতিৰ প্ৰমাণ আমাৰ হাতত আছে। সৃষ্টি, স্থিতি, প্ৰলয়ৰ অধিকৰ্ত্তা ভগৱানো এদিন কাণখনৰ

ভয়ত পেপুৱা লাগিছিল। টোপনি নিয়াবলৈ এদিন শ্ৰীকৃষ্ণক যশোদাই—

ঘুমটি যায়োৰে স্ব'ৰে কানাই
হুৰে কাণ-খোৱা আসে।
সকল শিশুৰ কাণ খাই খাই
আসয় তোমাৰ পাশে॥

—এই বুলি ভয় দেখুৱালে। নাক-খোৱা, মূৰ-খোৱা, দাঁত-খোৱা আদি বুলিলে কৃষ্ণই সিমান ভয় নাখালেহেঁতেন চাগে! কাণ-খোৱাৰ কথা কওঁতেই অনাদি স্বৰূপে জগত স্রজন কৰোঁতা কৃষ্ণই "তাৰ নাম শুনি ঘুমটি নাসয়, ডৰে কাম্পে মোৰ বুক" বুলি কঁপিব ধৰিলে। সৃষ্টিকৰ্ত্তাৰ নিজৰেই তেনে এজনা বীৰ স্রজন কৰা মনত নপৰে, তথাপি সংশয়। পিচে যশোদাই যেনিবা কৃষ্ণক 'নাৰ্ভাছ' হোৱা যেন দেখি "মিছাসে বুলিয়া মুখে স্তন দিয়া" তেওঁৰ ভীতি-বিহ্বলতা আঁতৰাইছে। এই কাহিনী মিছা বুলি কলেও কৃষ্ণৰ কৰ্ণ-ভীতিৰ কথা মিছা বোলো কেনেকৈ? বৈষ্ণৱ কবিয়েও সোণালী বৰ্ণনাত ভক্তিৰ সুৰগা ছটিয়াবলৈ বিষয়বস্তু পাইছে এই কাণখনহে।

কাণ শ্ৰৱণ-যন্ত্ৰ। বিশ্বৰ ধ্বনি প্ৰতিধ্বনিৰ হিচাপ ৰাখে কাণে। বনৰীয়া বিহগৰ সুৱলা সংগীত, ট্ৰেফিকৰ দুৰন্ত স্পন্দন, কাৰোবাৰ হিয়া-কঁপোৱা বিৰহ-কাতৰ সুৰ, অমিয়া-বৰষা কলকণ্ঠ, নবদম্পতিৰ আঠুৱা তলৰ মেল, অকণিহঁতৰ

টেঁটু-ফলা চিঞৰ, নপঢ়ি ঘূৰিফুৰা বাবে দেউতাৰ কেটেৰা-জেঙেৰা ইত্যাদি বহুতো কথাৰেই সম্ভেদ লবলৈ কাণে আমাক সহায় কৰি আহিছে। ন-বোৱাৰীয়ে চুই নিকিলোৱা শাহুৱেকৰ কটুকথা শুনি চাগৈ ভাবে, "এই কাণ দুখন নাথাকিলেও মনত অলপ শান্তি পালোহেঁতেন।" কোনোবাই কিবা অপৰাধ লগালে ধৰিবলৈ পোনেই কাণখনলৈহে হাত যায়। দুটা ভুকু বা এটা ঘোচা মৰাতকৈ কাণত ধৰিলে অপমান বেছি। গতিকে স্কুলবিলাকত ল'ৰা-ছোৱালীৰ চৰম শাস্তি হ'ল কাণত ধৰি বেঞ্চৰ ওপৰত আঠু কাঢ়িবলৈ দিয়া। আঠু কাঢ়িলে শাৰীৰিক কষ্টখিনিয়েই যাই; কাণত ধৰি আঠু কাঢ়িলে অপমানৰ সীমাকূল নাইকিয়া হৈ পৰে। সেই কাৰণেই বোধ কৰো দুষ্ট কাউৰীক অপমান কৰিবলৈ উপযুক্ত শাস্তি হিচাপে তাৰ কাণ ফুটাই মণি আৰি দিয়া হয়।

শ্ৰৱণ আৰু মৰ্দ্দনৰ বাবেই কাণৰ সৃষ্টি হোৱা নাই। কাণ সৌন্দৰ্য্যবৰ্দ্ধক। এই দৃষ্টিকোণৰ পৰা কাণক দুভাগত ভগাব পাৰি। ল'ৰাৰ কাণ আৰু ছোৱালীৰ কাণ। ছোৱালীৰ সৌন্দৰ্য্যবৰ্দ্ধনত কাণে কম বৰঙনি যোগোৱা নাই! কাণত পিন্ধা অলঙ্কাৰেই কত হাজাৰ ফেছনৰ ওলাইছে। তাৰ বাবে আয়োজন কৰিবলৈ ছোৱালীৰ মাকহঁত সকলে পৰাই সাৱধান। কোমলে থাকোতেই কাণ বিন্ধাই খৰিকা ভৰাই থোৱাৰ উজান উঠে। আমাৰ এজন অসমীয়া কবিয়ে

'কাণৰ থুৰীয়া'ৰ সৌভাগ্য সুৰবি এটি চনেটকেই লিখি পেলাইছে—

ন'হল আমাৰো কিয়
থুৰীয়া জনম,
পালোঁ হয় নিতে কত
মধুৰ চুম্বন ॥

এৰা, কাণ নহলেনো থুৰীয়া পিন্ধিলেহেঁতেন ক'ত? পুৰুষসকল যে চিৰদিনেই কাণৰ শোভাবৰ্দ্ধনৰ পৰা বঞ্চিত হৈ আহিছে তাকো কব নোৱাৰি। পুৰণি কালত মতা মানুহেও কাণত অলংকাৰ পিন্ধিছিল। বিহুগীতত বৰচ'ৰা মুখলৈ ওলোৱা 'দেউতা'ৰ কাণত 'নৰা জাংফাই' জিলিকাৰ কথা আমি উল্লেখ পাইছোঁ। এইখিনিতে গোপনে এষাৰ কথা কৈ যোৱা ভাল হব, অলপ পুৰণি চামৰ মানুহৰ কাণলৈ লক্ষ্য কৰিব, তেওঁলোকৰ কাণৰ বিন্ধা আপোনাৰ জকৰ চকুত পৰিব। (কিন্তু দহোকুৰি—মোৰ কাণলৈ চকু নিদিয়ে যেন!)

মোৰ বন্ধু এজনে বৰ বেজাৰেৰে এদিন কাহিনী এটি কৈছিল। এদিন হেনো তেওঁৰ ঘৈণীয়েকৰ লগত নতুন 'ডিজাইন'ৰ কাণ-ফুল আনি নিদিয়া বাবে কাজিয়া লাগিল। তেওঁ ঘৈণীয়েকক বুজাই কলে,—"চোৱা, নতুন 'ডিজাইন'ৰ কাণ-ফুল আনিলে বহুত খৰচ পৰে। তাৰ উপৰি পুৰণি-যোৰটো আছেই। নতুন আনিলে পুৰণিযোৰ এনেয়ে পৰি

নাথাকিব জানো ?" তেওঁৰ কথাত পতিয়ন নগৈ ঘৈণীয়েকে হেনো টপবাই উত্তৰ দিলে,—"কিয় এনেয়ে পৰি থাকিব ? আপোনাৰ কাণত বিন্ধা আছে নহয়, আপুনিয়েই চোন সেই যোৰ পিন্ধিব পাৰে !" উত্তৰ শুনি সিদিনা তেওঁৰ কাণ খৰব হৈ গৈছিল। ফুটা কাণৰ কথা পুনৰ উল্লেখ কৰে বুলি তেওঁ পিছদিনাই হেনো এযোৰ নতুন 'ডিজাইন'ৰ কাণফুল আনি ঘৈণীয়েকৰ লগত সন্ধি কৰিছিল।

কাণৰ নিজা সৌন্দৰ্য্য এটি'ও আছে। দীঘল, থিয় বা চেপেটা কাণৰ মানুহক বহুতে চেগ পালেই 'কাট-মৰাৰ' সুযোগ এৰি নিদিয়ে। বাক্যবাগীশসকলে কাজিয়া কৰোঁতে কাণফলা বা কাণৰ হাড়ি ফাটি যোৱাকৈ চৰ মাৰিম বুলি বৰ্বৰ গৰ্জ্জন আৰম্ভ কৰে। শহা-কণীয়া হলে কোনোবাই গভা ফুচ-ফুচনি মেলবো ভাগ লব পাৰি। পৰীক্ষাত কোনোবাই কিবা টান প্ৰশ্ন আলোচনা কৰে নেকি তালৈ কাণ সাৰ কৰিলে উপকৃত হোৱাৰ সম্ভাৱনা। চুলি কাটিবলৈ বহিলে মূৰ সঞ্চালনৰ চাবি-কাঠি কাণ। কাণত আল-ফুলকৈ ধৰি টান মাৰিলেই মূৰটো লাহেকৈ কাষ চাপি আহিব। কাণ যেনিবা মূৰৰ চুইছ।

গালি পাবোঁতেও কাণখনৰ আৱশ্যক হৈ পৰে। কাৰোবাৰ লগত কাজিয়া লাগিলে 'কাণ-কটা' বুলি গালি পাৰিলে লাজত কাণ-মূৰ ৰঙা পৰি উঠিব। কাণ কাটি পেলোৱাতো কম ডাঙৰ শাস্তি নহয়। আগৰ দিনৰ

ৰজাসকলে সেয়েহে কাণ কাটি অপৰাধীক শাস্তি বিহিছিল। কৃষ্ণক মাকে কাণখোৱা বীৰৰ কথা কৈ ভয় খুওৱাৰ দৰে আজি-কালিও আমি কণমইনাহঁতক কাণ কাটিম বুলি ভয় দেখুৱাওঁ।

আৰু এটা কথা মন কৰিছেনে? জাৰ বাৰু বেছিকৈ লাগে ক'ত? কাণখনত নহয়নে বাৰু? বেছিকৈ জাৰ লাগিলে কাণখন ঢাকি ললে যথেষ্ট উম পোৱা যায়। চাদৰেৰে মেৰিয়াই কাণখন ঢাকি ললে আপুনি দুটা কোট পিন্ধাতকৈও বেছি আৰাম পাব। কোনো কোনো উপজাতিৰ মাজত এতিয়াও কাণত ডাঙৰ ডাঙৰ বিন্ধা কৰি তাত কপাহ ভৰাই লৈ জাৰৰ পৰা ৰক্ষা পৰা কৌশল বৰ্ত্তমান।

কাণ আমাৰ এটি সৰুসুৰা বেঙ্ক। বহুতে কাণত পইচা ভৰাই থয়। পইচা থবলৈ কাণ বৰ সুচল ঠাই। এইবোৰ গুণৰ কাৰণেই কাণৰ প্ৰতি আমাৰ মোহ বৰ বেছি। নহলে কাউৰীয়ে কাণ নিলে বুলি কলেই নিজৰ কাণ খেপিয়াই নেচাই কাউৰীৰ পিছে পিছে দৌৰা লোক আমি ইমানবোৰ লগ নাপালোহেঁতেন!

# গাইপিষ্ট

'কমিউনিষ্ট', 'চছিয়েলিষ্ট' আদি শব্দৰ লগত 'গাইপিষ্ট' শব্দৰ মিল থকা দেখি ইয়াক কোনো ৰাজনৈতিক দলৰ নাম বুলি নাভাবিব। অৱশ্যে শব্দ-গঠন প্ৰণালীত এওঁলোক একে গোষ্ঠীৰ। গাইপিষ্ট শব্দৰ মূল 'গায়েব্' বা 'গাইপ্'। সূত্ৰ—one who গাইপs (শেষৰ s টি থাৰ্ড পাৰছন ছিঙ্গুলাৰ নাম্বাৰৰ)। গাইপিষ্টে আপোনাৰ পৰা 'জোৰকৈ' অনুমতি লৈ হলেও বস্তু এপদ নিব, নিদিও বুলিও নকয়, আপুনি নাপাহৰা পৰ্য্যন্ত বা মনত পৰিলেও পুনৰায় খুজিবলৈ লাজ লগা অৱস্থা নোপোৱা পৰ্য্যন্ত দৰ্কাৰ হলে উপযাচীয়েই দিম দিম বুলি কব; কিন্তু বস্তুপদ আপুনি আৰু ঘূৰাই নাপায়। তেতিয়াই বুজিব লাগিব আপোনাৰ বস্তুপদ তেওঁ 'গাইপ' কৰিলে। উক্ত কাৰ্য্যৰ সম্পাদকজনক আমি 'গাইপিষ্ট' বুলি ক'ম।

গাইপিষ্ট চোৰ নহয়, দগাবাজ নহয়, ডকাইত নহয়, অভদ্ৰ নহয়, অপ্ৰিয় নহয়, আনকি মিছলীয়াও নহয়। কাৰণ তেওঁ কেতিয়াও আপোনাৰ পৰা নিয়া বস্তুপদ নাই নিয়া

বুলি নকয়। গাইপিষ্ট আপোনাৰ বন্ধু। তেওঁৰ কথাত মৌ, হাঁহিত ফুলজাৰী, উপমাত দেৱালীৰ ফট্‌কা, কৰ্ম্মত 'জো হুকুম', চকুত সন্ধানী দৃষ্টি আৰু মনৰ নিভৃত কোণত চাৰিশ বিশ নম্বৰী পুষ্পশৰ।

"আপোনাৰ কাপোৰ ধোৱা চাবোন আছেনে? নাই? এটা কথা জানেনে? এজন বিশ্ববিখ্যাত বৈজ্ঞানিকে গৱেষণা কৰি কৈছে গোন্ধ থকা চাবোনেৰে হেনো কাপোৰ খু-উ-ব সোনকালে পৰিষ্কাৰ হয়। আপোনাৰ 'লাক্স' টুকুৰকেই দিয়কচোন—গেঞ্জীটো লেতেৰা হৈছে। আপুনি বিচনাৰ পৰা উঠিব নালাগে বাৰু ময়েই লৈ যাওঁ। আনিলোঁ দেই—বেয়া নাপাব আকৌ। থেঙ্ক ইউ।"

তেওঁক আপুনি প্ৰশ্ন সুধিব নালাগে, উত্তৰ দি সময় খৰচ কৰিব নালাগে, অনুমতি দি কষ্ট স্বীকাৰ কৰিব নালাগে। ধন্যবাদ দি চাবোন টুকুৰা নিলে আপুনি তেওঁক বেয়াও পাব নোৱাৰে। তেওঁৰ মৌ-মিঠা অনুৰোধ প্ৰত্যাখ্যান কৰাৰো কোনো উপায় নাই। গেঞ্জীৰ লগতে ছাৰ্ট-পাইজামা ধুই মূৰ আৰু গাত অলপ সানোতে চাবোন শেষ হলে তেওঁ হয়তো কব, "ইস্ আপুনি হয়তো বেয়াই পাইছে—চাবোন-টুকুৰ দিওঁ দিওঁ বুলিও আপোনাক ফিৰাই দিব পাৰা নাই।" চাবোন আপোনাক ফিৰাই দিওঁ বুলিও নকলে, অথচ খুজিবলৈও মুদা মাৰি থলে। সহজ কথাত—আপোনাৰ চাবোন টুকুৰা গাইপ্ কৰিলে।

কেতিয়াবা তেওঁ ৰাতিপুৱাই আহি হয়তো কবহি, "বৰুৱা, আপুনি ফৰহেন্স ব্যৱহাৰ কৰে নেকি? মই মেক্লিন ব্যৱহাৰ কৰিছিলোঁ; কিযে বাজে বস্তু। দাঁতৰ মূৰ খোৱাহে হয়। আধামান পৰি আছিল, খং উঠি পেলাই দিছোঁ। বাজে কোম্পানীৰ বস্তু।" আপোনাৰ টুথপেষ্ট ব্ৰাছত লৈ তেওঁ আপোনাক উপদেশ দিব,—"কেতিয়াবা হয়তো দাঁতেই নামাজিব, কিন্তু এই বাজে টুথপেষ্ট ব্যৱহাৰ নকৰিব বুজিছে।"

কেতিয়াবা পেণ্টৰ বুটাম মাৰি মাৰি তেওঁ হাজিৰ হবহি,—"একো বস্তুকেই ৰাখিব নোৱাৰা হলোঁ—বক্লেচ টেবুলত থৈ দিছিলোঁ, কোনেযে নিলে! সময়ত বস্তু নাপালে বৰ খং উঠে বুজিছে। আপোনাৰ ক্লাছ কেইবজাত? মোৰ দহটাত। আপোনাৰ বক্লেচ যোৰ দিয়কচোন। ক্লাছ খতি নকৰিবৃ দেই। বৰুৱা চাৰ 'পাৰ্চেন্টিজৰ' ক্ষেত্ৰত বৰ 'ষ্ট্ৰিক্ট্'।"

"আমাৰ বয়টোক খেদিব লাগিব বুজিছে। বদমাচক কালিয়েই বাটাৰৰ টিন এটা আনিবলৈ কলোঁ—বুৰ্ব্বকে হেনো পাহৰিলে। ৰাতিপুৱা শুদা ল'ফটুকুৰা চোবায় কোন সত্তেৰে? আপুনি নিজেই আনি ভাল কৰিছে। চামুচখন ক'ত? চৌধুৰীয়ে আঙুলিৰে বাটাৰ 'ট'ষ্ট' কৰে। মোৰ আকৌ সেইবোৰ অভ্যাস ভাল নালাগে।"

আঁধাখোৱা মিক্চাৰ, গোন্ধতেল, পাউদাৰ, ৰুমাল, জোতাৰ বং, কিতাপ, টুথপেষ্টকেই আদি কৰি সকলো ধৰণৰ বস্তু গাইপ্ হব পাৰে। গাইপিষ্টৰ হাত সাৰি থকাটো

সহজ কথা নহয়। সকলো বস্তুতেই গাইপিষ্টৰ শেনচকু থিয়। কেতিয়া কি 'পজ' লৈ কেনে 'মুদ'ত তেওঁ ওলাবহি আপুনি টলকিবই নোৱাৰিব।

"কালি ধুবীৰ ঘৰৰ পৰা অনা পাটৰ পাঞ্জাবীটো kindly দিবনে? মোৰ এটা আছে। আদ্দিৰ। বৰ পাতল। পিন্ধিবলৈ বেয়া লাগে। জানেই নহয় আমাৰ দৰে ডেকাৰ ওপৰত সাগৰৰ কেই চামুচ নীলা পৰি তনু-মন নীলিম কৰি তোলে তাৰ ঠিক নাই।"

এইখিনি কৈ আপোনাৰ একো সহাঁৰি নেপালে তেওঁ আকৌ আৰম্ভ কৰিব:

"ইঃ কিছুমানকতো বিশ্বাসেই কৰিব নোৱাৰি। এবাৰ 'অমুকা'ই মোৰ কোট এটা নি নিদিলেই। এবাৰ 'তমুকে' পেণ্ট এটা নি দাগ লগাই তিনিমাহৰ মূৰত ফিৰাই দিলে। ননচেঞ্চ। লোকৰ বস্তুৰ মূল্য কি বুজিব! সেই কাৰণেই পৰা পক্ষত কাকো একো বস্তু নিদিওঁ। আপোনাৰ মোৰ কথা অৱশ্যে সুকীয়া। দিয়কচোন পাঞ্জাবীটো। গাভৰীৰ সময় হয়হে লাগে। বিয়া এখন আছে।"

এই পাঞ্জাবী বিয়াৰ পিছত ধুবীৰ ঘৰলৈ যাব। ধুবীয়ে 'হেকুৱাব'ও পাৰে। নেহেকুৱালেও যি সময়ত আপুনি পাঞ্জাবীটো ফিৰাই পাব তেতিয়া হয়তো পাঞ্জাবী পিন্ধাৰ আগ্ৰহ আপোনাৰ আৰু নাথাকিব।

এইখিনিতে এটি জলন্ত সমস্যাৰ প্ৰতি আপোনাৰ দৃষ্টি

আকৰ্ষণ কৰিব খোজোঁ। যদি আপুনি কিতাপ 'নিজে' কিনি পঢ়ে এষাৰ কথা সুধিব খোজোঁ। আপুনিতো বহুতো কিতাপ কিনিছে। সকলোখিনিৰ কিতাপ আছেনে? নাই? তেনেহলে কিতাপবোৰ গ'ল ক'লৈ? বহুতো লোকেই অভিযোগ তোলে তেওঁলোকৰ কিনি অনা কিতাপবোৰ হেনো কোনোবাই পঢ়িবলৈ নি ফিৰাই নিদিয়ে। মোৰ হেৰোৱা কেইখনমান কিতাপৰ বিষয়ে বন্ধু এজনৰ আগত আক্ষেপ কৰিছিলোঁ। তেওঁ ঘপৰাই তেওঁৰ হেৰোৱা কেবাখনো কিতাপৰ দীঘলীয়া লিষ্টি এখন পাঠ কৰি শুনালে। ইয়াৰ কেইদিনমান পিছত কিবা এখন কিতাপ বিচাৰি তেওঁৰ আলমাৰী চাওঁতে মোৰ 'হেৰোৱা' কিতাপ দুখনমান তেওঁৰ আলমাৰীত পাই লৈ আহিছোঁ। এই প্ৰসঙ্গত ব্ৰেকেটৰ ভিতৰত এষাৰ কথা কৈ নথলে পক্ষপাতিত্ব দোষত দুষ্ট হম। মোৰ লাইব্ৰেৰীৰ কিতাপ চাওঁতে বন্ধু এজনে তেওঁৰ জল্‌জল্ পট্‌পট্‌কৈ নাম জিলিকি থকা কিতাপ এখন পাই লৈ গৈছে। যাবৰ সময়ত হাঁহি মাৰি কৈ গৈছে, "হওঁক তেও, তোমাৰ তাত থাকিল বুলিয়েই কিতাপখন ভালে ভালে আছে। আন কোনোবাই পোৱা হলে গাইপ্ কৰি থলেহেঁতেন।"

মোৰ এখন গাইপ হোৱা কিতাপৰ ইতিহাস উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। খুজি পঢ়িবলৈ নিয়া কিতাপৰ চলন ওঠৰ কোবতকৈও চাৰ। ইহাত সিহাত সহস্ৰহাত।

• চোৰক মোৰে পোৱাদি গাইপিষ্টকো 'চুপাৰ-গাইপিষ্টে' চকুত ধূলি মাৰে। হঠাং এদিন মোৰ আলমাৰীৰ পৰা 'ভলিউম' এটি নাই। খবৰ লৈ জানিলোঁ বন্ধু এজনে নিছে। কেইদিনমান পিছত খবৰ ললোঁ। তেওঁ জনালে যে তেওঁ টিউচনলোৱা ছাত্ৰী এজনীয়ে নিছে, দিব। তাৰ পাছত ছাত্ৰীজনীৰ বান্ধৱী এজনীয়েঁ নিলে। পঢ়া হলেই দি পঠিয়াব। এদিন তেওঁৰ হাতৰ পৰা হেনো তেওঁৰ 'লাভাৰে' জোৰকৈ লৈ গ'ল। নিদিয়াৰ কাৰণ নাই। তেওঁৰ পৰা তেওঁৰ দেউতাকে নিলে। দেউতাকৰ পৰা তেওঁৰ 'বন্ধুস্য বন্ধু' এজনে। তেওঁৰ লৰাটিয়ে মেট্ৰিক দিব। পৰীক্ষাৰ আগতে হেনো লুকাই লুকাই 'ভলিউম'টি পঢ়ে। তাকে দেখি জীয়েকৰ হাতত দেউতাকে কিতাপখন তেওঁৰ বন্ধুলৈ ফিৰাই পঠিয়ালে। বাটতে বান্ধৱী এগৰাকীয়ে লগ পাই দুদিনমানৰ কাৰণে ৰাখি থলে। তেওঁক আকৌ সৌভাগ্যবশতঃ মই চিনি পাওঁ। কেতিয়াবা দুই এখন কিতাপ খুজি আনোঁ। এদিন কিতাপ বিচাৰোঁতে তেওঁ মোৰ 'ভলিউম'টি উলিয়াই দিলে। প্ৰায় দুবছৰৰ মূৰত 'ভলিউম'টি জীৰ্ণ-শীৰ্ণ অৱস্থাত মোৰ হাতত পৰিল। 'ভলিউম'টিত মোৰ নামটি স্পষ্ট ভাবে জিলিকি আছে। তাৰে একোণত আৰু এটি নাম কাটি থোৱাৰ আভাস আছে। নামটি এনে ভাৱে কাটি থোৱা আছে যে একো ধৰিব নোৱাৰি। মই নিজেই নামটি কটা যেন লাগিছে। কিন্তু কাৰ নাম আছিল মনত নাই। বহুদিন

হ'ল নহয়।  মই নিজে বঙ্কোৱা 'ভলিউম' হলে নিশ্চয় মনত থাকিলহেঁতেন।

আৰু এজন গাইপিষ্ট বন্ধুৰ কথা মনত পৰিছে। তেওঁ মোৰ সৰব্ ন কিতাপ এখন নি মোৰ নামটি কাটি কাৰোবাৰ বিয়াত উপহাৰ দিছিল। কথাযাৰ কথাৰ পাকতহে ওলাই পৰিল। এদিন মনত পেলাই দিয়াত খং কৰি কৈছিল,—"দাম লৈ যাবাহে কিমান লাগে। তথাপি ফেচ-ফেচাই নাথাকিবা।" দাম দিয়াৰ কথাই নকওঁ, কিতাপৰ নামকেই তেওঁ আজিলৈকে উলিওৱা নাই। ( তেওঁৰ নামটি মোৰ আজিলৈকে মনত আছে। মাফ কৰিব, নামটি মই আপোনালোকক কব নোৱাৰিম। কলে তেওঁ মোক বেয়া পাব )।

গাইপিষ্ট জ্ঞানত বৃহস্পতি, বচনত তপত খোলাত দিয়া মাগুৰি ধান, কথা বা 'বেঙ্কাবেঙ্ক' দিয়াত 'এনচাইক্ল'পেডিয়া'। তেওঁ পঢ়ো পঢ়ো বুলি বিচাৰি থকা কিতাপখন আপুনি নতুনকৈ কিনি অনাখনেই। কিতাপৰ আভাস দিয়াত আপুনি তেওঁৰ অলপো খুঁট উলিয়াব নোৱাৰে। অৱশ্যে প্ৰশ্ন উঠে—সকলো গাইপিষ্টেই অধ্যয়নশীল নে? সকলো অধ্যয়নশীল ব্যক্তিয়েই গাইপিষ্ট নে? উত্তৰ নেতিবাচক। কিছুমান কিতাপ গাইপিষ্ট আছে যি সকলে 'সহজ জোতা চিলাই শিক্ষা'ৰ পৰা 'চণ্ডীপাঠ দৰ্পণ'লৈ সকলো ধৰণৰ কিতাপ পঢ়িবলৈ খুজি নিয়ে। ফিৰাই দিয়াতো তেওঁলোকৰ

স্বভাৱ-বিৰুদ্ধ কথা। জীৱনত কোনো এখন কিতাপ নিজে কিনি পঢ়িছোঁ বুলি তেওঁলোকে বুকত হাত দি কব নোৱাৰে। খুজি নিয়া কিতাপো সুখ-দুখৰ দৰে "চক্রবৎ পৰিৱর্ত্তন্তে।" পিছে এনেবিধ লোকৰ হাতত পৰিলে কিতাপ আলমাৰীৰ কোনোবা এচুকত কাৰাৰুদ্ধ হয়। তেওঁ বিশেষ প্ৰয়োজন নহলে নিজেও নপঢ়ে; আনকতো পঢ়িব নিদিয়েই।

কেতিয়াবা ভুলবশতঃ কেতিয়াবা এলাহবশতঃ ( অভ্যাস বশতঃ বুলি নকওঁ ) আপুনিও দুই এপদ বস্তু সৰকাই থয়। পুৰণি আলোচনীৰ পাতৰ পৰা ধুনীয়া ছবি বা আৱশ্যকীয় প্ৰবন্ধ দুই এটি আপুনিও হয়তো গাইপ্ কৰি পাইছে। কেতিয়াবা দিম দিম বুলি ভাবিও যথাসময়ত ঘূৰাই দিব নোৱাৰি লাজতেই পাহৰা ভাও ধৰি থৈ দিয়া হয়। কিতাপৰ ক্ষেত্ৰত অভ্যাসবশতঃ হৈ যোৱাটোও একো আচৰিত নহয়। ধৰক, তিনিদিন পিছত ঘূৰাই দিম বুলি কিতাপ এখন আনিলে। এমাহ পিছত কথাষাৰ মনত পৰিল। দুমাহ পিছত এনেয়ে পৰি থকাতকৈ কিতাপৰ পূৰ্ব্বৰ নামটি কাটি আপোনাৰ নামটি লিখি থলে। অনিচ্ছাকৃত ভাৱে কিতাপখন গাইপ্ হৈ গ'ল।

অৱশ্যে অসমীয়া পঢ়ুৱৈয়েহে যে কিতাপ গাইপ্ কৰে এনে নহয়। বিখ্যাত সাহিত্যিক আৰু অধ্যয়নশীল ব্যক্তি সকলৰ গাটো এই লক্ষণ দেখা যায়। মাৰ্ক টুৱেনৰ গল্পটি ক'ৰবাত পঢ়া মনত পৰিছে। তেওঁৰ লাইব্ৰেৰীত হাজাৰ

হাজাৰ কিতাপ। মেজ, চকী, মজিয়া সকলোতে কিতাপবোৰ আলাই-আথানি হৈ পৰি থাকে। তাকে দেখি এদিন তেওঁৰ বন্ধু এজনে সুধিলে, "তোমাৰ কিতাপবোৰ যে এনেকৈ য'তে ত'তে পেলাই থোৱা, ছে'লফ টে'ল্ফ আনি ভালকৈ সজাই নোথোৱা কিয় ?"

তাকে শুনি তেওঁ গহীন ভাৱে উত্তৰ দিলে, "মই যি উপায়ে কিতাপবোৰ সংগ্ৰহ কৰিছোঁ। সেই উপায়েতো আৰু চেল্ফ-আলমাৰী সংগ্ৰহ কৰিব নোৱাৰি।" অৰ্থাৎ ছেল্ফ-আলমাৰী খুজি আনি ফিৰাই নিদিলে কোনেৱোতো শুদাই নেৰে!

এনে গাইপিষ্টৰ সংখ্যাও তাকৰ নহয়। আমাৰ সন্দিকৈ বা বৰুৱা চাৰে কিতাপ গাইপ্ কৰেনে নকৰে জানিবৰ উপায় নাই। গালি পাবে বুলি সুধিবলৈও ভয় লাগে। নহলে এই বিষয়ে 'থিয়ৰি' এটি দাঙি ধৰিব পৰা গ'লহেঁতেন।

ৰিডিংৰুম, হোটেল আদিৰ পৰা পঢ়াৰ চলতে বাতৰি কাকত হাতৰ মুঠিত লৈ অহা অভ্যাস বহুতৰ আছে। এবাৰ এজন এনেকুৱা 'অধ্যয়নশীল' লৰা লগ পাইছিলোঁ। দেওবৰীয়া চ'ৰা—'চানদে মেগাজিন চেক্চন' সংগ্ৰহ কৰাত তেওঁৰ প্ৰৱল আগ্ৰহ। আনকি গুৰুত্বপূৰ্ণ বাতৰি থকা কাকতো তেওঁ অতি যত্নেৰে সংগ্ৰহ কৰে। পিছতহে তেওঁৰ 'অধ্যয়নশীলতা' স্বৰূপ ওলাই পৰিল। তেওঁ খোলাখুলিকৈ কৈছিল, ভালকৈ সংগ্ৰহ কৰিব পাৰিলে প্ৰৱন্ধৰ ওজন হেনো মাহেকত ছসেৰমান হয়গৈ। বাৰ অনাকৈ ধৰিলেও ছসেৰত ডেৰ টকা নগদ!

গাইপ্ শব্দৰ অৰ্থ পৰিবৰ্ত্তনৰ কথা উল্লেখ কৰা উচিত হব। বহুক্ষেত্ৰত গাইপৰ্ অৰ্থ 'বেমালুম উধাও'। এনে শ্ৰেণীৰ গাইপিষ্টৰ কথা আলোচনা কৰিলে বহুতো অপ্ৰিয় সত্য ওলাই পৰিব পাৰে। গুৰুতৰ অপৰাধীৰ শাৰীত পৰাৰ সম্ভাৱনা নাই কাৰণে এশ্ৰেণীৰ নাম উল্লেখ কৰোঁ। তেওঁলোক হ'ল—'লাভ-লেটাৰ্ গাইপিষ্ট্'। আজিৰ যুগত নাকৰ শেঙুণ মচিব জানিলেই প্ৰেমিক হোৱাৰ পাছপ'ৰ্ট পায়। সেই অনুপাতে প্ৰেমপত্ৰৰ আমদানি-ৰপ্তানিও বাঢ়ে। গাইপিষ্ট-সকলে তেওঁলোকৰ ভাৱৰ জোৱাৰত কেইখন নাও বুৰু বুৰু হ'ল তাৰ হিচাপ নিকাচ ৰাখিবলৈ ভাল পায়। লোকে পঠিওৱা চেনেহ, প্ৰেম-প্ৰীতিৰ জমা-খৰচৰ হিচাপ পৰীক্ষা তেওঁলোকৰ 'হবি'। তাকে লৈ তেওঁলোকে কেতিয়াবা ৰগৰ কৰে, কেতিয়াবা ঠাট্টা কৰে, কেতিয়াবা বিৰহ জ্বালাত জ্বলা-কলা হোৱা প্ৰেমিকৰ দুখত চকুৰ পানীয়ে নাকৰ পানীয়ে একাকাৰ কৰে, কেতিয়াবা আকৌ কেলেঙ্কাৰীও কৰি পেলায়। কিছুমানে পুতৌ কৰি মন্তব্য লেখি কেতিয়াবা ফিৰায়ো দিয়ে।

গাইপিষ্টৰ লগত পূজাৰীৰ শাৰীত বহিব নোৱাৰিলেও প্ৰসাদ বিতৰণৰ সময়ত শাৰী পূৰাবৰ 'পাছপ'ৰ্ট' আপোনাৰ মোৰো আছে নিশ্চয়।

# মোৰ বিহু

বিহু বুলিলে বহাগ বিহু, মাঘ বিহু, কাতি বিহু—এনে শ্ৰেণীবিভাগ যুক্তিসন্মত। কিন্তু মোৰ বিহু, আপোনাৰ বিহু, ঘটিৰামৰ বিহু, বাটিৰামৰ বিহু, উত্তৰ গুৱাহাটীৰ বিহু, যোৰহাটৰ বিহু ইত্যাদি ধৰণে শ্ৰেণীবিভাগ কৰিলে বহুতে হয়তো বৈধতাৰ প্ৰশ্ন তুলিব। কৈফিয়ৎ হিচাপে মই এই-খিনিকেই কব পাৰো যে বিহু 'বিষুব' শব্দৰ পৰা হ'ল নে ভেজাল ঘি মিহলি পিঠা খাই পেটৰ 'বিহত' 'উহ্' বুলি চিঞৰি উঠাৰ পৰাই 'বিহু' শব্দৰ উৎপত্তি হ'ল—এই বিষয়ে মই কোনো গবেষণা কৰা নাই। বিহুৱে অসমীয়া সংস্কৃতিৰ ৰূপ-ৰেখাত কিবা বৰঙনি যোগাইছে নে নাই তাৰ চৰম সত্য ৰাইজক জনাবলৈ মোৰ ৰেচনৰ চাউল খোৱা মগজু অপাৰগ। বিহুৰ বনগীতে অসমীয়া সাহিত্যৰ ভৰালত কেইটি মেট মৰা গুটিধানৰ ডাঙৰি থলে এই বিষয়ে চিন্তা কৰিবলৈ চাকৰি বিচাৰি টলৌ টলৌকৈ ঘূৰি ফুৰোতে মই আহৰি উলিয়াব পৰা নাই। এনেস্থলত 'মোৰ বিহু'ৰ বিষয়ে নকৈ সমূহীয়া বিহুৰ বিষয়ে কওঁ কোন সতেৰে ?

বহুতে কয়, বিহু কৃষি উৎসৱ। বানপানীয়ে উছন কৰা শুকান পথাৰ আৰু যোৱা বছৰৰ ধাৰ মাৰিবলৈ খেতিৰ পিছতেই ভৰালৰ ধান কেইটি বেচি লাং লাং থাং থাং হোৱা হাড় ওলোৱা খেতিয়ক কেইজন দেখি সেই কথাত সমৰ্থন জনাবলৈও মোৰ সাহস হোৱা নাই। দীঘল ঠেঙা পিন্ধি পুৱাতেই ডাঢ়ি গোঁফ চিকুনাই, সুগন্ধি প্ৰসাধন সম্ভাৰৰ সংব্যৱহাৰ কৰি গাভৰু ছোৱালীৰ জুমৰ পিছে পিছে গীত গাই কণ্ঠ-মাধুৰিমাৰ পৰিচয় দিয়া ডেকাসকল আৰু ন ন ফেছনৰ ফৰ্ম্মাচী বিলাতী কাপোৰৰ মেখেলা চাদৰৰ ঢৌ তুলি, লিপষ্টিক্-পাউদাৰৰ শৰাধ কৰি ডেকা লৰা দেখিলেই ফৰিং চিটিকা দিয়া তথাকথিত আধুনিকা আইদেউ সকলক দেখি বিহু অসমীয়া সামাজিক জীৱনৰ উন্মুক্ত মিলনৰ পটভূমি বুলি ঘপহ্ কৰে কৈ পেলাবলৈও সতফুৰা নাই।

আমাৰ দেশত বহুতো জাতি-উপজাতি আছে। বেলেগ বেলেগ জাতিয়ে বেলেগে বেলেগে কৰা উৎসৱ হিচাপে বিহুক 'জাতি'-য় উৎসৱ বোলাত অৱশ্যে আপত্তি কৰাৰ কাৰণ নেদেখোঁ। বিহু-নাচে অসমীয়া নৃত্য-কলাৰ গুৰি-বঠা ধৰিছে বুলিও কোনো কোনো নৃত্যানুৰাগী সমালোচকে মন্তব্য কৰে। হাৰমনিয়াম, বেহেলা সঙ্গতিৰ লগত সেন্‌গুপ্ত ধুতি পিন্ধি মূৰত উলৰ মাফ্লাৰ মেৰিয়াই মৌ-মেলত ঢোল যেন কঁকালটি বেকা কৰি হুসপ্তাহলৈ কঁকালৰ বিষত পৰি থকা ডেকাজনকেই "বিহুৱা ককাই" বুলি বাহ্বা নিদিলে বহুতে হয়তো মোক

নিৰস ব্যক্তি আখ্যা দিব। বিহুৰ গানৰ 'আসৰ'ত "মেৰা জোতা হ্যায় জাপানী" গানটি শুনি ইকাটি সিকাটি কৰিলে কোনোবা ভলভলীয়াই হয়তো মই শুনা নুশুনাকৈ "Fit fo: treasons, stratagems and spoils" বুলি কৈ পেলাব। এইবোৰ কাৰণতেই মোৰ বিহু আৰু লগতে ঘটিৰাম-বাটিৰামৰ বিহুৰ বিষয়ে ঠোঁৰতে দু-আষাৰ কৈ আহুকালৰ হাত সাৰিব খুজিছোঁ।

উৰুকা বুলিলেই যঁতৰ ঠেকেছি ভাঙি পোনচাতেই ঘৰ ওলাবৰ মন যায়—একমাত্র এটি কাৰণত। এই কাৰণটি হ'ল ভোগালি বিহুৰ সোৱাদ লগা পিঠাপনা। এই কাৰণতেই বিহুক জাতীয় উৎসৱ, কৃষি উৎসৱ আদি আখ্যা দিয়াতকৈ পিঠা-উৎসৱ, চিৰা, সন্দেহ আৰু এঠালগা দৈ গাখীৰোৎসৱ, কেক আৰু লুচি উৎসৱ নাম দিলেহে খাপ খাই পৰে যেন লাগে। সৰুৰে পৰা মহানগৰীৰ বা-লগা টাউন এখনত ডাঙৰ দীঘল হৈ মোৰ বদ্ধমূল ধাৰণা এটি হৈছিল যে সন্দেশ, ৰসগোল্লা, চুজি আৰু ভিজিটেবোল ঘিউত ভজা লুচিয়েই বিহুৰ অপৰিহার্য্য আৰু ঐতিহ্যপূর্ণ খাদ্যসম্ভাৰ। এবাৰ গাৱঁলীয়া বন্ধু এজনে চুঙাপিঠা খাবলৈ দিয়াত নেপালী দাৰোৱানৰ প্রকাণ্ড লাঠিৰ ভগ্নাংশ বুলি সৰুসুৰা ফেছুনৰ সন্দেহৰ ভাৱ এটিয়েই গা কৰি উঠিছিল। বিহুৰ ভিতৰত ভোগালি বিহুৰ প্রতি মোৰ বৰ দুৰ্ব্বলতা আছে। আনকি কোনোবাই যদি ৰঙালি আৰু কঙালি বিহুৰ ঠাইত বছৰত

তিনিটাকৈ ভোগালি বিহু পাতিবলৈ প্ৰস্তাৱ কৰে তেনেহলে হাতৰ চাল যোৱাকৈ চাপৰি বজাই পোনতে সমৰ্থন জনোৱা লোকজন ময়েই হ'ম বুলি মোৰ আত্মবিশ্বাস আছে। অ' পিছে সমৰ্থন জনাম বুলি কলোঁ যদিও এটা সৰ্ত্ত থাকিল— যদি ভোগালিৰ ভেজেলুৱা ভোগ খাই পেটৰ অসুখত মই লাং খাই পৰি থাকিবলগীয়া নহয়।

ভোগালিৰ জয়গান গোৱা দেখি বহুতে ভাবিব মই পক্ষপাতিত্ব দোষত দোষী আৰু জিভা-দীঘল। ৰঙালি বিহুৰ গীত-মাতে অসমক ৰঙীয়াল কৰি তোলে সঁচা—কিন্তু আজিৰ বিহুৰ 'বিৰিণা পাতে' গা কাটে। নানান সমস্যাই কঁকাল ভাঙি থোৱা প্ৰজাই 'বিহু গলে বিনাওক' চাবি বিহু আহোঁতেই দোকানীৰ দেৰহতীয়া বিল পাই বিনাব লগীয়াত পৰে। শিপিনীয়ে শুদা তাঁত লৈ বিননিৰ গীত জোৰে। আলি-বাটত চকুদি তাঁতৰ পাতত বহি ৰং-ৰসত মন কমোৱা তুলা উৰাদি উঁৰুৱাই ৰসোপলব্ধি কৰাৰ স্পৃহা কলিতেই মৰহি যায়। চিফুং বাঁহীত ফু দিবলৈ বড়ো ডেকা জড় অৱসাদত ক্লান্ত হৈ পৰে। উকা বিহুতলীত নাচোনৰ পয়োভৰ নাই। আমাৰ বিহুবলীয়া ডেকাসকলে হোটেলত বিহু-চাহ খাই বেডক'ভাবেৰে সজোৱা ৰঙ্গমঞ্চত 'বলডেঞ্চ'-ভঙ্গি চাই হাত চাপৰি বজাবলৈ বোন্দাপৰ দিবলগীয়া হয়। চেনাইলৈ ঘনে ঘনে মনত পৰে। কিন্তু কপৌফুল ক'ত? প্লাষ্টিকৰ ফুল পিন্ধা চেনাইৰ মৰমবোৰো. উকা উকা

লাগে। টাৱেল-বিহুৱান গাত লৈ শ্ৰদ্ধেয়জনক প্ৰণাম কৰোঁতে তেওঁলোকে ভুৰভুৰাই আশীৰ্ব্বাদ দিয়ে নে বছৰৰ ঘাটি-বাজেটৰ হিচাপ কৰি বেবেঁৰিবাং বকে বুজা টান হৈ পৰে।

বন্ধু এজনে এবাৰ বিহু খাবলৈ মাতিছিল। সুসজ্জিত ড্ৰইংৰুমত বহি কেক-বিস্কুট খোৱাতকৈ বন্ধুজনে দেউতাকক বিহুৰ প্ৰণাম কৰিবলৈ যোৱা দৃশ্যটি দেখিহে আমোদ পাইছিলোঁ বেছি। কলপ দি ইস্ত্ৰি কৰা পেণ্টেৰে হালি হাতমেলি কৰা প্ৰণাম-পৰ্ব্ব দেখি তেওঁৰ প্ৰণাম কৰাৰ স্পৃহা বেছি নে ইঁস্ত্ৰি কৰা পেণ্টৰ মোহ বেছি বুজা টান হৈ পৰিছিল।

বিহুক অসমীয়া ডেকা-গাভৰুৰ উন্মুক্ত মিলনৰ প্ৰতীক বুলি কোনো কোনোৱে দিয়া আখ্যাৰ বিষয়ে ইতিপূৰ্ব্বে মন্তব্য এবাৰ কৰিছোঁ। সকলো আচাৰ-নীতি স্থান-কাল-পাত্ৰ সাপেক্ষ। সময়ৰ গতিধাৰাই সকলোতে পৰিবৰ্ত্তনৰ হাতবুলনি দিয়ে। সময়ৰ লগত খাপ খুৱাব নোৱাৰিলে আচাৰ নীতি ভেকুৰা সান্দহৰ দৰে এলাগী হয়। থেকেৰা আৰু সান্দহৰ পাৰ্থক্য মন কৰিব। থেকেৰা পুৰণি হলে তাৰ দাম বাঢ়ে; সান্দহৰ কমে। অৱশ্যে ম'ৰাৰ পাখি গুজি কাউৰীৰ দৰে হাস্যাস্পদ হবলগীয়া হলেও পুতৌ জন্মে। গুণাগুণৰ বিচাৰ নকৰাকৈ আনক অনুকৰণ কৰাত অসমীয়া জাতি আগৰণুৱা। যৌৱনৰ উত্তাল তৰঙ্গমালাই মনবোৰ

যেতিয়া কমোৱা তুলা উৰুৱাদি উৰুৱাই নিয়ে তেতিয়া ডেকা-গাভৰুৱে "তোৰো মনে গলে, মোৰো মনে গলে, কি কৰিব কলিতাকুলে"—বুলি কৰা মুক্ত ঘোষণাত ৰহুতে অশ্লীল ইঙ্গিতৰ গোন্ধ পাব। পছিমীয়া চাল-চলনত গঢ়ি উঠা আমাৰ 'ন-সভ্যতা'ৰ ৰূপৰেখাত কোনোবাই কিহবাৰ গোন্ধ পাইনে নেপায় নাজানো, কিন্তু স্বাভাৱিক প্ৰবৃত্তিক ৰাখি সভ্যতাৰ ঢাক-ঢোল বজাই যন্ত্ৰৰ দৰে মনকো নিয়ন্ত্ৰণ (?) কৰি শ্লীলতাৰ মুখা পিন্ধা সকলকো স্বাগতম্ জনাব নোৱাৰিলোঁ।

বিহুৱে একতাৰ ডোলেৰে অসমীয়া জাতিক বান্ধি ৰাখিছে বুলি কৈ সমাজৰ মাজত লঘু হবৰ ইচ্ছা মোৰ নাই। সমূহীয়া মিলনৰ সুযোগ সুবিধা আৰু সাংস্কৃতিক চৰ্চ্চাৰ নাম-গোন্ধ নাথাকিলে তেনে উৎসৱ ঘৰুৱা ভাৱে পতা জন্ম-উৎসৱ, অন্নপ্ৰাসন বা বিবাহোৎসৱৰ লগত পাৰ্থক্যবৰ্জ্জিত হৈ পৰাৰহে সম্ভাৱনা থাকে। যি কোনো অনুষ্ঠানৰ চৰ্চ্চা, উৎকৰ্ষ আৰু তাৰ অন্তৰ্নিহিত বৈশিষ্ট্য উপলব্ধিৰ স্পৃহা নাথাকিলে তাৰ সমূহীয়া মূল্য নাইকিয়া হৈ বিয়নী-মেলৰ পালেংশাক আৰু পোনামাছৰ গল্পৰ শাৰীত পাৰেগৈ।

মই নিৰাশাবাদী নহওঁ। আশা কৰিছোঁ—ভোগালীৰ ভোগ খাই আমি বিহুৰ দিনা অসমীয়া সংস্কৃতি আৰু মিলনৰ প্ৰতীক বিহুক ন উদ্যম আৰু নতুন দৃষ্টিভঙ্গিৰে সম্ভাষণ জনাবলৈ সক্ষম হম।

# আত্ম-বিজ্ঞাপন

ত্যজেদেকং কুলস্যার্থে গ্রামস্যার্থে কুলং ত্যজেৎ।
গ্রামং জনপদস্যার্থে আত্মার্থে পৃথিবীং ত্যজেৎ ॥

—চাণক্য

"কুলৰ কাৰণে এজনক, গাওঁ ৰক্ষাৰ কাৰণে কুল, দেশৰ মঙ্গলৰ কাৰণে গাওঁ আৰু আত্মৰক্ষাৰ্থে পৃথিবীকো ত্যাগ কৰিবা।" এই নীতি-শ্লোক বিদগ্ধ পণ্ডিত বিচক্ষণ ৰাজ-নীতিজ্ঞ পণ্ডিত চাণক্যৰ উক্তি। নিজৰ কথাটোৰেই ঘাই। আত্মৰক্ষাৰ্থে সকলোকে ত্যাগ কৰিলেও কোনেও একো মাতিব নোৱাৰে। নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদক এনে নীতি-শ্লোক আৰু বহুতো আছে।..."আত্মনং সততং ৰক্ষেৎ দাৰৈৰপি ধনৈৰপি।" "আপদৰ কাৰণে ধন ৰাখিবা, ভাৰ্য্যাক ধনেৰে ৰক্ষা কৰিবা আৰু ধন-ভাৰ্য্যা উভয়ৰ বিনিময়তো নিজক ৰক্ষা কৰিবা।" এইবোৰ অভিজ্ঞ জ্ঞানীলোকৰ বচন। নিজৰ প্ৰতি মোহ আমাৰ সকলোতকৈ বেছি। নিজৰ কাৰণে মানুহে সকলো কৰিব পাৰে। নিজৰ প্ৰতিষ্ঠাৰ বাটত কাঁইট থাকিলে তাক নিৰ্ম্মম ভাবে উভালি পেলাবলৈও

শঙ্কা নকৰে। প্ৰথমে নিজৰ কথা; পিছতহে আনৰ কথা ভাবিবলৈ আমাৰ আহৰি ওলায়। নিজৰ সুখ-সুবিধাৰ কথা ভাবোঁতে আনৰ অসুবিধাৰ ভ্ৰূ লববলৈও আমি টান পাওঁ। নিজকে লৈ ইমান ব্যস্ত থকাতো পণ্ডিত বা ভাল মানুহৰ লক্ষণ যে নহয় তাকো আমি জানোঁ। তথাপি কুকুৰে চাবোনেবে গা ধুৱাই এচেন্স সানি দিলেও ছাইত লেটি লোৱাৰ দৰে নিজৰ সা-সুবিধাৰ কথা আগধৰি ভাবোঁ। চাণক্যৰ ভাষাতেই,—"আত্মবৎ সৰ্ব্বভূতেষু যঃ পশ্যতি স পণ্ডিতঃ।" নিজৰ দৰে সকলো প্ৰাণীকে ভাবি পণ্ডিত হোৱাৰ আকাঙ্ক্ষা বহুতৰেই নাই। তাতকৈ অপণ্ডিত হৈ নিজ-ফেছনত সুখী হোৱাৰ কল্পনাক বাস্তৱত ৰূপ দিবলৈ চেষ্টা কৰে, নিজৰ শ্ৰেষ্ঠত্ব দেখুৱাবলৈ যত্ন কৰে।

এই প্ৰবৃত্তিৰেই এটা ফাল আত্ম-বিজ্ঞাপন। গভীৰ পানীৰ মাছে চটফটাই নুফুৰে। অলপ পানীৰ মাছৰ টিঘিলঘিলনিত "ত্ৰাহি মধুসূদন" স্মৰিব লাগে। যিসকলৰ আত্মপ্ৰতিষ্ঠাৰ বাবে বাহুত শক্তি আৰু মনত বল আছে তেওঁলোকে সন্তীয়া ভাৱে—"মই বৰ ডাঙৰ পণ্ডিত", "মই বহুত কথা জানো", "মোক সকলোৱে খাতিৰ কৰি চলে"—এনে ধৰণৰ চাইনব'ৰ্ড মাৰি বিজ্ঞাপন দিব লগীয়া নহয়। যিসকলৰ তেনে গভীৰতা নাই তেওঁলোকৰহে বিপদ। নিজক প্ৰচাৰ কৰিবলৈ চিনেমাৰ শ্লাইদৰ দৰে কিছুমান বস্তু ব্যৱহাৰ কৰি তেওঁলোক হাস্যাস্পদ হয়।

কিছুমান লোক আছে যিবিলাকে আনক তীক্ষ্ণ-ভাৱে সমালোচনা কৰি নিজৰ মহত্ব প্ৰকাশ কৰিব খোজে। তাৰে যিসকল সুকৌশলী তেওঁলোকে পৰিশিষ্ট নিদি ইঙ্গিতেৰেই বক্তৃতাৰ সামৰণি মাৰে। কিন্তু এক শ্ৰেণীয়ে আকৌ বাঘ আৰু গৰখীয়া লৰাৰ সাধু কোৱাৰ পিছত "মিছলীয়াক কোনেও বিশ্বাস নকৰে" বুলি নীতি-বাক্য দিয়াৰ দৰে আনক সমালোচনা কৰাৰ পিছত "মই হলে কেতিয়াও তেনে নকৰিলোঁহেঁতেন" —বুলি নিজৰ প্ৰশংসাত পঞ্চমুখ হয়। অৱশ্যে তেওঁলোকৰ কথাত যে দুই এজন ভোল নাযায়—এই কথাও মই কব নোখোজোঁ। বৃদ্ধই যৌৱন পোৱা, বন্ধ্যাৰ সন্তান হোৱা— 'তান্ত্ৰিক আঙঠি'ৰ বিজ্ঞাপনো বহুতে পঢ়ে। মগাই আনেও।

কোনো কোনোৱে নিজৰ বিদ্যা আৰু জ্ঞান-ভাণ্ডাৰৰ তলি উদঙাই দেখুৱাব খোজে। তেওঁলোকে যেতিয়া বক্তৃতা আৰম্ভ কৰে তেতিয়া আপুনি আৰু কথা কবলৈ আশা নকৰিব! তেওঁ এফালৰ পৰা অনৰ্গল বৰ্ণাই যাব তেওঁৰ জীৱনৰ বিচিত্ৰ অভিজ্ঞতা। কোনো ক্ষেত্ৰতেই তেওঁ হাৰ মনা নাই। বৰং আনক জব্দ কৰিছে, বহুতো বুধিয়কক ঠাণ্ডা কৰিছে তেওঁৰ অতি-বুদ্ধিৰে, বহুতো জনালোকৰ ভুল আঙুলিয়াই দিছে, বহুতো শক্তিশালীলোকক ধৰাশায়ী কৰিছে, তেওঁ কোনো দিনেই পৰাভূত হোৱা নাই। এইবোৰ তেওঁ নিজে কোৱা কথা। এনে দক্ষ লোক এজনৰ ওচৰত সেও মানি থকাতো কৰ্ত্তব্য নহয় জানো?

নিজৰ গুণ-গৰিমা কৈ আত্ম-প্ৰসাদ লাভ কৰা লোক আপোনালোকে নিশ্চয় লগ পাইছে। কেতিয়াবা কিবা অলপ কাম কৰিলে আনে তাৰ প্ৰশংসা কৰ্‌যলৈ তেওঁ বাট চাই নাথাকে। "মই যদি তেওঁক এনে ধৰণে নকলোহেঁতেন তেনেহলে এই কামটো কেতিয়াও হৈ নুঠে। মই ধমক দি ধৰোঁতেই লগে লগে বাধ্য হৈ কামটি কৰি দিলে।" প্ৰকৃততে মানুহজনে হয়তো কথাটি যথাস্থানত সামান্য উল্লেখ কৰিছিল মাত্ৰ। সৌভাগ্যক্ৰমে কামটি হৈ গলে তেওঁ তাৰ প্ৰশংসা সংগ্ৰহ কৰি নিজৰ কৃতিত্বৰ পৰিচয় ৰাইজক জনাই ফুৰিব। এনে মানুহে আনৰ খৰচত সদনাম কিনিবলৈ বেয়া নাপায়।

সস্তীয়া বস্তুৰ বিজ্ঞাপনৰ প্ৰয়োজন বেছি। কিছুমান লেখকৰ পুথিত এনে বিজ্ঞাপন চকুত পৰে। তেওঁলোকে পুথিৰ বিষয়-বস্তুৱে তেওঁলোকৰ লেখনী জুখিবলৈ আনক সুবিধা নিদিয়ে। উপাধিৰ দীৰ্ঘত্ব আৰু কোনে কি প্ৰসঙ্গত তেওঁৰ প্ৰশংসা কৰিছে তাৰহে 'চাৰ্টিফিকেট' পুথিৰ লগত ধুনীয়াকৈ গাঁঠি দিয়ে। জোতাচিলাইৰ প্ৰশংসা-পত্ৰ চণ্ডী-পাঠৰ 'আসৰ'ত মাতি শুনাবলৈও তেওঁলোকে সংকোচ-বোধ নকৰে।

বিখ্যাত লোকৰ লগত থকা পৰিচয়ৰ কাৰণেও কোনো কোনোৱে গৌৰৱ-বোধ কৰে। গৌৰৱ-বোধ কৰাটো একো দোষণীয় নহয়। কিন্তু তেওঁলোকৰ লগত পৰিচয় থকা বাবেই

যে তেন্তে! তেওঁলোকৰ শাৰীৰ এজন শ্ৰেষ্ঠ লোক এই কথা প্ৰতিপন্ন কৰিবলৈ গলেহে আত্মবিজ্ঞাপনৰ ভাৱটি ধৰা পৰে।

"মোৰ অমুক মন্ত্ৰীৰ ল্লগত চিনাকি। তেওঁ মোক আকৌ বৰ ভাল পায়। মই হলে কিবা বেয়া দেখিলে মুখে মুখে খাঁচাখাচি কৈ দিওঁ। এদিন তৰ্কই লাগিল। পিছত তেওঁ মোৰ কথাত হয়ভৰ দিবলৈ বাধ্য হ'ল। সেই কাৰণেই তেওঁ মোক কয়, 'আপুনি সঁচাকৈয়ে বৰ স্পষ্টবাদী।' মানুহজনৰ অৱশ্যে এই গুণটি স্বীকাৰ কৰিব লাগিব যে তেওঁ গুণীৰ মোল বুজে।"

"গল্প-লিখক দাস মোৰ নলে-গলে লগা বন্ধু। কিবা গল্প লেখিলে তেওঁ মোক নেদেখুওৱাকৈ প্ৰকাশেই নকৰে। 'অমুক' গল্পটিৰ মনস্তাত্ত্বিক ফালটো মোৰ ভাল লগা নাছিল। মই কথাটো তেওঁক খুলি কলোঁ। পিছতহে গল্পটি সংশোধন কৰি প্ৰকাশৰ কাৰণে পঠিয়ায়। মোপাছাঁৰ দৰে তেওঁ জীৱনৰ নগ্নৰূপটি গল্পৰ যোগেদি ফুটাই তোলে। এদিন মই কলো, 'তুমি ছেকভৰ দৰে 'চাইকলজিকেল এচপেক্ট'টি "ডেপিক্ট" নকৰা কিয়?' তাৰ পিছত যি কেইটি গল্প লেখিছে প্ৰত্যেকটোৱেই জনপ্ৰিয়তা লাভ কৰিছে।"

একশ্ৰেণীৰ লেখকে আকৌ নিজৰ লেখাৰ প্ৰশংসা কৰি ফুৰে। মই 'অমুক' লেখিলোঁ, মই 'তমুক' লেখিলোঁ— 'অমুকত' এনে এটা বস্তু দিছোঁ যিটো কোনো সাহিত্যিকে আজিলৈ দিব পৰা নাই—ইত্যাদি। তেওঁযে লিখে সেইটো

আনক জনাবলৈ তেওঁ সদায় ব্যগ্ৰ। কেতিয়াবা তেওঁৰ লিখা কেইটিমান গল্প বা কৱিতা টেবুলত প্ৰদৰ্শনীৰ কাৰণে থৈ দিব। আপুনি যদি অলপ আগ্ৰহ দেখুওৱা যেন কৰে লগে লগে তেওঁ তাৰ শ্ৰেষ্ঠত্বৰ বিষয়ে বক্তৃতা আৰম্ভ কৰিব। ক্লাছ ছেভ্‌নত পঢ়োঁতে মই দুটা কৱিতা লেখিছিলোঁ। (মোৰ দৰে আবেগ আৰু লয়জ্ঞানহীন এজনে ভুলতে কৱিতা 'বনোৱা' বাবে পাঠকসকলে যেন ক্ষমা কৰে!) মই যে কৱিতা লেখোঁ প্ৰমাণ কৰিবলৈ কৱিতা দুটি বহুদিন টেবুলত পেলাই থৈছিলোঁ। আগ্ৰহ নেদেখুৱালে মই নিজেই কৱিতা দুটি পঢ়িবলৈ আগবঢ়াই দিছিলোঁ। অৱশ্যে বিনীত ভাবে "সিমান ভাল হোৱা নাই। দুই মিনিটৰ ভিতৰতে হঠাৎ কিবা এটা ভাব অহাত লিখি পেলালোঁ" বুলি কৈছিলোঁ। (আশা আছিল হঠাৎ লিখা কৱিতা হিচাপে কোনোবাই কিজানি ভাল হৈছে বুলি কয়েই!)

নিজে যিটো কাম গৌৰৱৰ বুলি ভবা যায় সেইটি আনক দেখুৱাই বিজ্ঞাপন কৰিবলৈ বহুতৰেই ইচ্ছা যায়। সৰুতে যেতিয়া থিয়েটাৰত এটা বা দুটা দৃশ্যত এষাৰ বা দুষাৰ বচন মতাৰ সুযোগ পাইছিলোঁ, অভিনয়ৰ পিছদিনা আনক সেই কথা জনাবৰ প্ৰবৃত্তিক কোনো ৰকমেই চেপা মাৰি থব পৰা নাছিলোঁ। 'পেইণ্ট'ৰ ৰং অলপ কাণৰ কাষত স্বযত্নে নোধোৱাকৈ ৰাখিছিলোঁ। যিসকলে থিয়েটাৰ চোৱা নাই তেওঁলোকে কিহৰ ৰং বুলি সুধিলে যাতে কব পাৰো, "কালি

থিয়েটাৰত্ পাৰ্ট লৈছিলোঁ ; লৰালৰিত 'পেইণ্ট'ৰ ৰং ক'ৰবাত্ত থাকিয়েই গ'ল হবলা!" তেওঁলোকক দেখুৱাই ৰংখিনি এনেয়ে এবাৰ মোহাৰি দিছিলোঁ। খুব লাহে লাহে। জোৰকৈ মচিলে ৰং হয়তো এৰাই যাবও পাৰে!

ব্যস্ততা কৰ্ম্মী মানুহৰ লক্ষণ। কিছুমানে ব্যস্ততা দেখুৱাই হঠাৎ খপ্ জপকৈ ওলায়হি। অলপ পিছতেই হাত-ঘড়ীটি চাই কব,—"মোৰ চাৰি বজাত এটা 'এন্গেজমেণ্ট' আছে—যাবই লাগিল।" হয়তো পাঁচ বজালৈ তেওঁ আপোনাৰ কোঠাত বহি তেওঁৰ ব্যস্ততাৰ বিষয়ে বক্তৃতা দি থাকিব। তাৰ পিছতেই আকৌ আন এজনৰ ঘৰত ওলাই কব, "আজি বৰ ব্যস্ত। চাৰি বজাত 'এন্গেজমেণ্ট' এটা আছিল। তেওঁলোকে মোক এৰি নিদিয়েহে নিদিয়ে। চাৰে পাঁচ বজাত আকৌ দুজন লোকে মোক দেখা কৰিবলৈ আহিব।" নানান কামত তেওঁ কেনেদৰে নিজৰ কাম ক্ষতি কৰিও ঘূৰি ফুৰিব লগীয়া হৈছে এই কথাকেই কেনেকি কেনেকি কৈ হয়তো সাত বজালৈ তেওঁলোকৰ ঘৰতেই চাহ-চুৰটৰ শ্ৰাদ্ধ কৰি বহি থাকিব। এনেধৰণৰ বিজ্ঞাপনৰ পৰা আনৰ কিবা লাভ হওঁক নহওঁক আমাৰ ওচৰত নকৈ বহা ডাক্তৰজনৰ হলে বৰ লাভ হৈছিল। নতুনতে তেওঁক কেৱে বেমাৰী চাবলৈ নামাতে। পিছত এই বুদ্ধিটিত শৰণ ললে। অনবৰত বেগ লৈ চাইকেলত টলৌ টলৌকৈ ঘূৰি ফুৰে। কোনোবাই সুধিলে কয়,—"চিৰিয়াচ কেচ এটা আছে, তৎক্ষণাত আহিব

লাগে। পলম হলে বেমাৰীৰ ফালে আধ্যাই পৰিব্।” ঘূৰি আহোতে কব,—“‘কল’ এটা আছিল। বৰ চিৰিয়াচ কেচ—এইমাত্র পালোহি। আঁকৌ যাব লাগিব। নাযাওঁ বুলি কৈছিলোঁ, গাৱঁৰ মানুহে হাতে ভৰিয়ে ধৰি যাবলৈ বাধ্য কৰালে। সিবাৰ তেওঁলোকৰ গাৱঁৰ চিৰিয়াচ কেঁচ এটা ভাল কৰাৰ পৰা তেওঁলোকে এতিয়া নেৰাই হৈছে।” আচলতে হয়তো ‘তেওঁলোকৰ গাঁৱত’ তেওঁ এতিয়ালৈ কোনো ‘কলে’ই পোৱা নাই। তেওঁৰ ব্যস্ততা দেখি পিছলৈ বহুতে ৰোগী চাবলৈ মাতিছিল। এনে ব্যস্ততাত বিজ্ঞাপনৰ ভাৱ থাকিলেও পেটৰ ভাতমুঠি মোকলাই খাব পৰা কিটিপ এটি মিহলি হৈ থকা কাৰণে মোৰ বৰ ভাল লাগে।

শিক্ষাৰ আদৰ য’তে ত’তে। বহুতো ডাঙৰ ডাঙৰ কিতাপ পঢ়ি থকা মানুহৰ প্ৰতি সকলোৰে শ্ৰদ্ধাৰ ভাৱ এটি জন্মে। এনে ‘ষ্টুডিয়াছ’ মানুহে পোৱা সন্মানৰ ভাগ কিছুমানে বিজ্ঞাপনৰ সহায়ত ‘হাত-চাপাই’ কৰিব খোজে। ডাঙৰ ডাঙৰ কিতাপ (ডাঙৰ কিতাপ মানে বিখ্যাত লোকৰ কিতাপ নহবও পাৰে) তেওঁলোকৰ টেবুলত নেদেখিলেও ফুৰিবলৈ যাওঁতে হাতত সদায় দেখিব। এনে বিজ্ঞাপনকাৰীয়ে :

লাইব্ৰেৰীৰ আছে যত ‘ভলিউম’ প্ৰধান।
নিয়ন্ত বুকুত বান্ধি উচ্ছসিত প্ৰাণ॥
নপঢ়ি দুদিন পাছে দিয়ন্ত ঘূৰাই।
বহুতে মন্তব্য কৰে, ‘খুব পঢ়ে ভাই’॥

পার্ক, চিটিবাছ আৰু মেল-মিটিঙত।
সৰ্ব্ব সময়ত সিটো পঢ়াতেই ৰত॥
গৰ্ব্ব-ভৰে ভাৱে স্কিটা 'ষ্টুডিয়াছ' মই।
বিজ্ঞাপন মতি হেতু নকৰে সংশয়॥

* * * *

যিখন পুথি পঢ়োঁতে কমেও পোন্ধৰ দিন লাগে তেনে পুথি তেওঁলোকে সপ্তাহত চাৰিখনকৈ অনা নিয়া কৰে। কেতিয়াবা আকৌ 'অমুক' কিতাপখন পঢ়িবলৈ নাপায় মনটো খুচ্‌খুচাই আছে বুলি অধ্যয়নৰ প্ৰতি থকা গভীৰ আগ্ৰহ প্ৰকাশ কৰে।

নিজৰ কৰ্ম্ম-নিপুণতা প্ৰকাশ কৰিবলৈ বহুতো কৌশল আছে। সভায়-সমিতিয়ে এই শ্ৰেণীৰ মানুহ সদায় লগ পাব। সভাত থকা মানুহে তেওঁৰ ব্যস্ততা দেখি বিশ্বাস কৰিব লাগিব যে তেৱেঁই গোটেই সভাখনৰ গুৰি-বঠা ধৰিছে। তেওঁ এবাৰ হয়তো খপ্‌জপাই আহি টেবুলৰ প্ৰগ্ৰেমখন গভীৰ মনযোগেৰে চাই তৎক্ষণাত ওলাই যাব। অলপ পিছতে আহি সভাপতিৰ কাণে কাণে 'কিবা' আলোচনা কৰিব। তাৰ পিছত কিছুসময় তেওঁক চিন্তিত দেখা যাব। তেওঁৰ চিন্তাৰ ধৰণ দেখি বাইজে অন্ততঃ ভাবিবলৈ বাধ্য হব, "এইবাৰ হয়তো এওঁৰ মূৰত সভাৰ গধুৰ দায়িত্ব এটি পৰিছে।" তেওঁ কিন্তু 'নাৰ্ভাছ' হোৱা পাত্ৰ নহয়। তৎক্ষণাত সকলো চিন্তা কাটি কৰি থৈ একান্ত মনে মাইক 'এডজাষ্ট্' কৰাত

ব্যস্ত হৈ পৰিব। সভাপতি আৰু বিশিষ্ট অভ্যাগতসকলৰ আপ্যায়নৰ সময়ত তেওঁক থৰ-কাচুটি হেকৰাই ঘূৰি ফুৰা দেখা পাব। তেওঁলোকক দীঘলীয়া নমস্কাৰ জনাই সহাস্য বদনে মটৰৰ দুৱাৰ বন্ধ কৰি বিদায় দিয়াত তেওঁ আগৰণুৱা। মিটিঙৰ পিছত কিন্তু তেওঁক আৰু লগ নাপায়। কাম কৰাৰ সময়ত তেওঁ নাথাকে। ( হয়তো আন ক'ৰবাত ব্যস্ত থাকে ! ) কিন্তু হোৱা আঞ্জাত লোণ দিবলৈ তেওঁ জৰুৰ ওলাবহি। সেই সময়ত তেওঁক কোনেও কাম পাচিব নালাগে। কাম নাথাকিলে নতুন কাম 'সৃষ্টি' কৰি হলেও মনযোগেৰে তাক সমাধান কৰিহে এৰিব। আন একো কাম নাথাকিলে হয়তো সভাপতিৰ টেবুলৰ পানী গিলাচকেই দোৱাদোৰিকে বদলাই আনি সযত্নে ঢাকি থবহি। তেওঁৰ এটি গুণ অৱশ্যে স্বীকাৰ কৰিব লাগিব। তেওঁ সামাজিক আচৰণ জানে। মঞ্চত নিঃশব্দে অথচ আকুল ব্যগ্ৰতা আৰু ব্যাকুল ব্যস্ততাৰে আঙুলিৰ মূৰত ভৰ দি সোমাই সাউৎ কৰে যি ভাবে ওলাই যাব দেখিলে তবধ মানিব লাগে।

সভায়-সমিতিয়ে চিঞৰি গায়ক-গায়িকাৰ নাম ধৰি মাতি বহুতে নিজক 'সবজান্তা' প্ৰতিপন্ন কৰিবলৈ যত্ন কৰে। এনে কৰাটো এটা গৌৰৱৰ কাম বুলি তেওঁলোকে বিবেচনা কৰে। কিছুমান লোকে হাত এৰি দি চাইকেল চলোৱাটো কৃতিত্বৰ কথা বুলি ভাবে। কিন্তু দৰ্শক সকলেযে 'ফটুৱা' বিশেষণেৰে তেওঁলোকক বিভূষিত কৰে তাৰ তেওঁলোকে ভু নাপায়।

প্ৰশংসা কৰিছে বুলিয়েই ভাবি থাকে। চিঞৰি বা দপদপানি দি বিজ্ঞাপন কৰোঁতা সকলৰ অৱস্থাও সেয়ে।

আত্ম-বিজ্ঞাপন কলেজীয়া ডেকাসকলৰ মাজতে পাঁইতাৰা ৰূপে প্ৰকাশ পায়। আমি সদায় দেখি থকা কিছুমান ঘটনা আছে, যিবিলাকৰ কাৰণ আমি বহুসময়ত উলিয়াবলৈ টান পাওঁ। এই ধৰক—ল'ৰা এজনে লং পেণ্ট পিন্ধিছে, লং-পেণ্টটি বেচ মাফৰ, বৰষুণো নাই, অথচ লংপেণ্টৰ আগটি কোচাই লৈছে। চাৰ্টৰ বুটাম থিকেই আছে অথচ বুকুখন খোলা। 'ৰেজৰকেচ' আছে, নতুন 'ব্লেড' আছে," সময়ো হাতত আছে অথচ ডেকাজনৰ মুখত ডাঢ়িৰ মকৰা জাল। অলপ ভাবি চালেই দেখিব ইয়াৰ মূলত আছে নিজৰ বৈশিষ্ট্য দেখুৱাই আত্ম-বিজ্ঞাপন কৰাৰ প্ৰবল স্পৃহা।

কোনোবাই জনা কথাটো জনা বুলি কলে আত্ম-বিজ্ঞাপন কৰা নহয়। কোনোবাই কিবা জনা কথা ৰাইজক জনালে তাত আত্মবিজ্ঞাপনৰ ভাৱ নাথাকে। কিন্তু অপ্ৰয়োজনীয় আৰু অপাত্ৰই সস্তীয়া ধৰণে কিবা প্ৰচাৰ কৰিলে সেয়ে বিজ্ঞাপনৰ শাৰীলৈ নামি আহে।

আমাৰ আইদেউসকলেযে বিজ্ঞাপন নকৰে তেনে নহয়। সলজ্জ-নম্ৰতা হেতু যেনিবা সেয়ে অলপ ধীৰ গতিৰ হয়। বিজ্ঞাপনৰ কাৰণে তেওঁলোকেও :

উত্তৰীয় বস্ত্ৰাঞ্চল দিয়ন্ত পেলায়।
মূঢ়মতি লোকে ভাবে বতাসত উৰি যায়॥

মুখত ৰুমাল দিয়া অকাৰণে হাসে উচ্চ।
অধৰ কম্পান্ত যেন ময়ূৰৰ পুচ্ছ॥
'কেয়াৰলেছ' ভাবে ঘূৰ্ণি মাৰিয়া উন্নতি।
আচলতে 'কেয়াৰফুল' বিজ্ঞাপনে মতি॥
ক্ষুদ্ৰ কাৰণত কৰে মহা গণ্ডগোল।
প্ৰতিবেশী কম্পি উঠে দেখি হুলস্থূল॥
লৰন্ত কান্ধত মোনা বিচিত্ৰ ৰঙৰ।
ৰাখন্ত দীঘল নখ বোল 'কিউটেক্স'ৰ॥
মুখত চাদৰ দিয়া মাৰে হাসি বক্ৰ।
লেডি-ছাটি ঘূৰাৱন্ত সুদৰ্শন চক্ৰ॥
কোনো কোনো উদাসীন নিপিন্ধন্ত হাৰ।
থাকিলে নাৰীৰ গুণ কিবা অলঙ্কাৰ॥
আধুনিকা গাভৰুৰ বিজ্ঞাপন-কথা।
বিস্তৰ কহিতে লাগে হৃদয়ত বেথা॥

**ইতি॥ আত্ম-বিজ্ঞাপন খণ্ড সমাপ্ত॥**

